# সৰ্ব্বোদয় আৰু ভূদান






অধ্যাপিকা সমীৰণ দাস, এম, এছ, চি,
সন্দিকৈ কলেজ, গুৱাহাটী

# নিবেদন

আমাৰ পূজনীয় ডাঙৰ মোমাইদেউ, স্বৰ্গীয় ধৰণীধৰ চৌধাৰী, যি জনাৰ মুখৰ পৰা নিচেই সৰুকালৰে পৰাই ভাৰতৰ স্বাধীনতা সংগ্ৰামৰ বিভিন্ন ঘটনাৱলী সাধুকথাৰ দৰে শুনিবলৈ পাইছিলোঁ, যি জনাই দুঃস্থ, পীড়িত জনৰ প্ৰতি সহানুভূতিশীল হবলৈ সদায় আমাক শিক্ষা দিছিল আৰু জীৱনৰ শেষ মূহূৰ্ত্তলৈকে সমাজৰ সেৱাত আগবাঢ়ি যাবলৈ প্ৰেৰণা দি আছিল, পিতৃতুল্য সেইজনা মোমাইদেউৰ পবিত্ৰ স্মৃতিৰ অৰ্থে এই ক্ষুদ্ৰ "সৰ্ব্বোদয় আৰু ভূদান" নিবেদন কৰিলোঁ।

৩০ জানুৱাৰী, ১৯৬০ চন

লেখিকা




# পাতনি

আজি বিজ্ঞানৰ যুগ। বিজ্ঞানে দিনে দিনে নতুন নতুন আবিষ্কাৰৰ যত্ন কৰিব ধৰিছে আৰু এই আবিস্কাৰ ফল স্বৰূপে আজি মানব সমাজৰ হাতলৈ এনে ধৰণৰ শক্তি আহিছে, যাৰ দ্বাৰা মানৱ সমাজৰ সকলো অভাৱ, দুখ, দৰিদ্ৰতা গুচাই এখন সুখী সমাজ ৰচনা কৰিব পাৰে। কিন্তু আমি কি দেখিছো, এফালে বিজ্ঞানৰ প্ৰগতি আৰু অন্য ফালে বিশ্বৰ ডাঙৰ ডাঙৰ ৰাষ্ট্ৰবিলাকৰ ভিতৰত দন্দ, ক্ষমতাৰ প্ৰতিযোগীতা! আজি মানুহৰ মনত প্ৰশ্ন উঠিছে, বিজ্ঞানে মানব সমাজৰ কল্যাণ সাধন কৰিবনে, মানব সমাজক ধ্বংসৰ ফালে নিব? মানুহে আজি শান্তি বিচাৰিছে, বিচাৰিছে মানব সমাজৰ কল্যাণ। বিজ্ঞানে মানব সমাজক ভৌতিক সুখ, সুবিধা দিব পাৰে, কিন্তু মানুহৰ আধ্যাত্মিক স্তৰ উন্নত কৰিব নোৱাৰে, স্থায়ী শান্তি আনি দিব নোৱাৰে। আজি বিশ্বৰ চিন্তাশীল লোকসকলে শান্তিৰ পথ বিচাৰিছে, চিন্তিত হৈ উঠিছে—তেওঁলোক কোন পথে গ'লে স্থায়ী শান্তি আহিব?

মহামানৱ মহাত্মা গান্ধীয়ে এই প্ৰশ্নৰ উত্তৰ দি গৈছে, স্থায়ী শান্তিৰ পথ দেখুৱাই দি গৈছে, কেৱল ভাৰতৰ

কাৰণে নহয়, সমগ্ৰ বিশ্বৰ কাৰণে। তেখেতৰ দূৰদৰ্শিতাৰ দ্বাৰা মানব সমাজৰ কেৰোণ আৰু এই বিপদৰ কথা বুজিব পাৰিছিল ; ভাৰতক আৰু ভাৰতৰ যোগেদি বিশ্বক এই বিপদৰ পৰা ৰক্ষা কৰিবলৈ দি গৈছিল "সৰ্ব্বোদয়"ৰ আদৰ্শ, আৰু এই আদৰ্শক বাস্তৱত পৰিণত কৰিবলৈ দিছিল এখন কাৰ্য্যকৰী আচনি। "সৰ্ব্বোদয়"ৰ পৃষ্ঠভূমি আধ্যাত্মিক। "সৰ্ব্বোদয়" সত্য আৰু প্ৰেমৰ ভেটিত স্থাপিত। "সৰ্ব্বোদয়"ৰ মূল কথা হল—"সকলোৰে সৰ্ব্বাঙ্গীন বিকাশ, কেৱল আৰ্থিক বিকাশেই নহয়। সকলো প্ৰকাৰৰ অৰ্থাৎ আৰ্থিক নৈতিক আৰু আধ্যাত্মিক বিকাশ।" ডাঙৰ ডাঙৰ সিদ্ধান্ত শাস্ত্ৰীসকলে কয়—"The greatest good of the greatest number," অৰ্থাৎ "বহু সংখ্যক লোকৰ বেচি সুখ, বেচি উন্নতি।" কিন্তু সৰ্ব্বোদয়ে সেইটো নকয়। সৰ্ব্বোদয়ে কয় সকলোৰে সৰ্ব্বাঙ্গীন উন্নতি হব লাগে। সৰ্ব্বোদয়ে এনে এখন শ্ৰেণীবিহীন, জাতিবিহীন শোষণবিহীন সমাজ স্থাপন কৰিব খুজিছে, যি সমাজৰ প্ৰত্যেক ব্যক্তি আৰু সমূহে সৰ্ব্বাঙ্গীন বিকাশৰ সুবিধা পাব। এনে এখন সমাজ সত্য আৰু অহিংসাৰ ভেটিতহে হব পাৰে।

মহাত্মা গান্ধীয়ে "সৰ্ব্বোদয়"ৰ পথ দেখুৱাই দিলে, কিন্তু এই পৰিকল্পনা তেখেতে বাস্তৱত পৰিণত কৰি যাব নোৱাৰিলে। এতিয়া এই "সৰ্ব্বোদয়"ৰ আদৰ্শক বিকাশ কৰিব ধৰিছে তেখেতৰ শিষ্য পূজ্য বিনোৱাজীয়ে। আজি বিনোৱাজীৰ

নেতৃত্বত ভাৰতত সৰ্ব্বোদয়ৰ আদৰ্শত অহিংসা আৰু প্ৰেমৰ যোগেৰে সমাজ পৰিবৰ্ত্তনৰ এটা অভিনৱ বিপ্লৱ চলিব ধৰিছে। সমাজ পৰিবৰ্ত্তনৰ এই অহিংস নিৰৱ বিপ্লৱ আৰম্ভ হ'ল "ভূদান"ৰ পৰা। এতিয়া ই ক্ৰমে বিকশিত হৈ "গ্ৰামদান"ত উপনীত হৈছেগৈ। "গ্ৰামদান"ৰ যোগেদি "গ্ৰামস্বৰাজ্য" গঢ়ি তোলাৰ কাম আৰম্ভ হৈছে। "গ্ৰামস্বৰাজ্য" অৰ্থাৎ সত্য আৰু প্ৰেমৰ ভেটিত গাওঁবিলাক স্বাৱলম্বী কৰি গঢ়ি তোলা। যাতে গাৱঁৰ পৰা ক্ৰমে এটি অঞ্চল, তাৰ পৰা জিলা, জিলাৰ পৰা প্ৰদেশ, প্ৰদেশৰ পাচত গোটেই দেশতে এই ধৰনে সমাজ গঢ়িব পাৰি। এইদৰে গোটেই বিশ্বত এই আদৰ্শৰ সমাজ গঢ়ি তুলিব পাৰিব। আজি গোটেই ভাৰততে গ্ৰামদানৰ প্ৰৱাহ চলিব ধৰিছে। ভাৰতৰ এই "সৰ্ব্বোদয়" আদৰ্শৰ অহিংস সমাজ বিপ্লৱে পশ্চিমৰ দেশ-বিলাকৰো দৃষ্টি আকৰ্ষণ কৰিছে। পশ্চিমৰ শান্তিবাদীসকলে ভাৰতলৈ আহি পূজ্য বিনোৱাজীৰ লগত গাৱেঁ গাৱেঁ পদযাত্ৰা কৰি প্ৰত্যক্ষ ভাবে এই অহিংস বিপ্লৱ অধ্যয়ন কৰিবলৈ আহিছে। তেওঁবিলাকে যেন আন্ধাৰৰ মাজত পোহৰ দেখিবলৈ পাইছে, যেন বিশ্বশান্তিৰ এটা পথ বিচাৰি পাইছে।

অধ্যাপিকা শ্ৰীমতী সমীৰণ দাসে "সৰ্ব্বোদয়"ৰ আদৰ্শ আৰু "ভূক্ৰান্তি"ৰ যোগে ভাৰতৰ এই অহিংস সমাজ বিপ্লৱৰ কথা চমুকৈ ৯টা প্ৰৱন্ধৰ আকাৰত এই পুথিখনি ৰাইজৰ সেৱালৈ আগ বঢ়াইছে। "সৰ্ব্বোদয়"ৰ বিভিন্ন

বিষয়ে অসমীয়া ভাষাত কেইবাখনিও কিতাপ প্ৰকাশ কৰা হৈছে। এই পুথিখনিত চমুকৈ "সৰ্ব্বোদয়"ৰ মূল তত্ত্বখিনি দিয়া হৈছে। অসমীয়া "সৰ্ব্বোদয়" সাহিত্যলৈ লেখিকাৰ এইটি এটি ডাঙ্গৰ বৰঙ্গণি। ৰাইজে যদি আগ্ৰহেৰে এই কিতাপখন পঢ়ে তেনেহলে লেখিকাৰ শ্ৰম সাৰ্থক হব।

২৮ জানুৱাৰী
১৯৬০ চন

অমলপ্ৰভা দাস

# "সৰ্ব্বোদয় আৰু ভূদান"

পূণ্যভূমি ভাৰতৰ মহামন্ত্ৰ "সত্যমেৱ জয়তে নান্যম্" সত্যৰ জয় অৱশ্যম্ভাৱী—। কবিৰ ভাষাৰে কবলৈ মন যায়—

"হে মোর চিত্ত পূণ্য তীর্থে জাগরে ধীরে
এই ভারতের মহামানবের সাগর তীরে"

এই মহামানৱৰ সাগৰ তীৰত অভ্যুদয় হয় যুগে যুগে শক্তিময় প্ৰতিভাৰ মহতী প্ৰতীভূ ··। অভ্যুদয় হৈছিল ভাৰতৰ সাগৰ তীৰত শ্ৰীৰাম বৈশম্পায়ন, শ্ৰীকৃষ্ণ, বুদ্ধ, শঙ্কৰাচাৰ্য্য, শঙ্কৰদেৱ, ৰামকৃষ্ণ·····। বিংশ শতাব্দীৰ এই বিস্ময়কৰ যুগলৈ আহিল বাপুজী, বন্ধন কাতৰা ভাৰতৰ মোহ নিদ্ৰা ভাঙি মায়াবী অহিংস শক্তিৰে ভাৰতৰ বন্ধন ছিঙি আনিলে মহাজাতিৰ বাঞ্চিত স্বাধীনতা। সপোন দেখিছিল মহামানব বাপুজীয়ে পয়ত্ৰিশ কোটি ভাৰতবাসীৰ প্ৰকৃত স্বাধীনতা সফল কৰিবলৈ; দ্বাপৰ যুগৰ শ্ৰীৰামচন্দ্ৰৰ ৰামৰাজ্য—জনগণৰ নিৰুদ্বেগ জীৱন শক্তি। বাপুজীৰ সপোন সফল নহল, বাপুজীয়ে মেলানি মাগিলে। ঋষি মহান আত্মাৰ কল্যাণ সঙ্কল্প অসমাপ্ত হৈ থাকিব নোৱাৰে। বাপুজীৰ অসমাপ্ত কৰ্ম্ম সমাপ্ত কৰিবলৈ আহিছে চিৰত্যাগী ঋষি বিনোৱাজী। বিনোৱাজীৰ কল্যাণ সংকল্প "সৰ্ব্বোদয়-তত্ত্ব, ভূদান-যজ্ঞ", ···· · জাতিৰ স্বাধীনতা আহিছে, তথাপি মানৱ আত্মাৰ স্বাধীনতা অহা নাই। সেয়েহে মানৱ মনৰ স্তিমিত-

জ্ঞান সবিতাক উদয় কৰিবলৈ কৰা আয়োজনেই সৰ্ব্বোদয়। মানৱ মনৰ, মানৱ আত্মাৰ সৰ্ব্বতোভাৱে বিকাশ, সৰ্ব্বভাবে উদয় কৰাই সৰ্ব্বোদয় তত্ত্বৰ উদ্দেশ্য। এই সৰ্ব্বোদয় তত্ত্বৰ আনুসঙ্গিক কৰ্ম্ম-পন্থা ভূদান-যজ্ঞ। যজ্ঞৰ হোতা বিনোৱাজীয়ে অসম্ভৱকো সম্ভৱ কৰি তুলিছে, বিস্ময়কৰ পন্থা ভূদান যজ্ঞেৰে মানৱ অন্তৰৰ সুপ্ত মানৱতা জগাই তুলিছে। বিভেদৰ প্ৰাচীৰ ভাঙি জন সমাজত জীৱন ধাৰণৰ সমতা স্থাপন কৰিবলৈ কৰা ভূদান যজ্ঞই বিনোৱাজীৰ অদ্ভূদ পৰিকল্পনা। ভূদান পন্থাই আজিৰ পৃথিবীত বিস্ময়কৰ আন্দোলনৰ সৃষ্টি কৰিছে। ভূদান যজ্ঞই বিস্ময়কৰ ভাৰতবৰ্ষত বিস্ময়কৰ ইতিহাসৰ সূচনা কৰি তুলিছে। ঋষি বিনোৱাজীৰ পৰহিত ব্ৰত-ৰূপ এই ইতিহাসৰ, সৰ্ব্বোদয়, ভূদান যজ্ঞৰ বিভিন্ন কৰ্ম্ম পন্থা ন টি প্ৰৱন্ধৰে ৰূপায়িত কৰি তুলিছে শ্ৰীসমীৰণ দাসে। মোৰ বিশ্বাস এই পুথিখনি পঢ়িলে বিনোৱাজীৰ সৰ্ব্বোদয় আৰু ভূদান যজ্ঞৰ বিষয়ে জন সাধাৰণে সম্যকভাবে উপলব্ধি কৰিব পাৰিব। লেখিকাৰ প্ৰাঞ্জল ভাষা আৰু বিভিন্ন উদ্ধৃতিয়ে পুথিখনি মনোগ্ৰাহী কৰি তুলিছে। লেখিকা সমাজ সেৱিকা। এইবাৰ মাতৃভাষাৰ সেৱাব্ৰতীৰূপে অসমীয়া সাহিত্য ভৰালৈ বিশেষ-ৰূপে বৰঙণি যোগাব বুলিআশা ৰাখি লেখিকাৰ সফলতাময় সুদীৰ্ঘ জীৱন কামনা কৰিলো—

মাঘ বিহু, ১৯৬০ চন
গুৱাহাটী

আশীৰ্ব্বাদেৰে
শ্ৰীনলিনীবালা দেৱী

# লেখিকাৰ দুআষাৰ

বাপুজীৰ "সৰ্ব্বোদয়" আদৰ্শক বাস্তৱত ৰূপায়িত কৰিবৰ কাৰণে পূজ্য বিনোৱাজীয়ে অৱতাৰণা কৰা ভূদান বিপ্লৱে আজি ভাৰতত বিস্তৃতি লাভ কৰাৰ লগে লগে প্ৰাচ্য, পাশ্চাত্যৰ আন আন দেশতো ইয়াৰ প্ৰভাৱ পেলোৱাত পৃথিবীৰ অনুসন্ধিৎসু সকলে এই বিষয়ে অধ্যয়ন কৰাত ব্যস্ত হৈ পৰিছে। হিন্দি, ইংৰাজী, মাৰাঠী, তামিল, গুজৰাঠী, বঙালী আদি কেইবাটাও ভাষাত সৰ্ব্বোদয় আৰু ভূদানৰ বিষয়ে নানা কিতাপো ছপা হৈ ওলাইছে। আমাৰ অসমীয়া ভাষাতো কেইখনমান পুথি অনুবাদ কৰি উলিওৱা হৈছে। আন আন ঠাইৰ শিক্ষিত সকলে আজিকালি ইয়াৰ অধ্যয়নৰ কাৰণেই এইবোৰ বিষয়ত নানান ৰচনা প্ৰতিযোগিতা, তৰ্ক প্ৰতিযোগিতা, পৰিসম্বাদ, আকস্মিক বক্তৃতা আদি চলাইছে। কিন্তু আমাৰ ইয়াত "ভূদান-যজ্ঞ" আৰু "সৰ্ব্বোদয়"ৰ কথা কলে অধিকাংশই, বিশেষকৈ ছাত্ৰ-ছাত্ৰীসকলে চকৃখাই উঠে, অজ্ঞতা বশতঃ ইতিকিং কৰি উৰুৱাই দিব খোজে। সেই কাৰণেই সাহিত্য আলোচনা কৰাৰ কোনো অৰ্হতা নাই যদিও ১৯৫৫/৫৬ চনৰ পৰা অসমৰ বিশিষ্টা সৰ্ব্বোদয় কৰ্ম্মী শ্ৰীযুতা অমল প্ৰভা দাসৰ সংশ্ৰৱত আহি এই বিষয়ে যিখিনি জানিবৰ সুবিধা পাইছো তাকেই থূলমূল ভাবে লিখি আমাৰ পঢ়ুৱৈ সমাজলৈ আগবঢ়াবলৈ মন কৰিলোঁ।— পাঠক পাঠিকা

সকলে ইয়াত কোনো ভূলভ্ৰান্তি পালে অনুগ্ৰহ কৰি আঙুলিয়াই দিলে বাধিত হম।

আমাৰ কলেজৰ সহকৰ্ম্মী, শ্ৰদ্ধেয় অধ্যাপক দেবীদাস ভট্টাচাৰ্য্যদেৱে লিখাবোৰ চাইচিতি দিয়াত তেখেতক মোৰ আন্তৰিক কৃতজ্ঞতা জনালোঁ। অসমৰ ভূদান বিপ্লৱৰ এটি চমু আভাষ যুগুত কৰাত বন্ধুবৰ শ্ৰীমতী (সকল) শকুন্তলা চৌধাৰী, হেমভড়ালী, হেম কাকতীয়ে সহায় কৰি দিয়াত এওঁলোকক অশেষ ধন্যবাদ জনালোঁ। কেইটামান প্ৰৱন্ধৰ অংশবিশেষ "নতুন অসমীয়া," "কংগ্ৰেছ," আৰু "ৰাষ্ট্ৰসেৱক"ত ছপা কৰি উলিউয়াৰ বাবে কাকত কেইখনৰ সম্পাদকসকলৰো শলাগ ললোঁ। হাতে লিখা অৱস্থাতে পুথিখনি পঢ়ি চাই শ্ৰদ্ধেয়া শ্ৰীযুতা অমলপ্ৰভা দাসে পাতনিৰূপে দুআষাৰ আৰু পদ্মশ্ৰী শ্ৰীযুতা নলিনী বালা দেবীয়ে আশীৰ্ব্বাদৰূপে দুআষাৰ লিখি উৎসাহ দিয়াত তেখেতসকললৈ মোৰ অন্তৰভৰা কৃতজ্ঞতাৰ শৰাই আগবঢ়ালোঁ।

সদৌ শেষত আমাৰ সুপৰিচিত প্ৰকাশক শ্ৰীযুত বিচিত্ৰ নাৰায়ণ দত্তবৰুৱা, বি, এল দেৱে "লয়াৰ্চ বুক ষ্টল"ৰ জৰিয়তে পুথিখনি সজাই পৰাই ৰাইজৰ আগত উলিয়াই দিবলৈ গাত লোৱাত তেখেতৰ ওচৰত কৃতজ্ঞ হৈ ৰলোঁ।—

ইতি—

**সমীৰণ দাস**

# সূচী পত্ৰ

# সৰ্ব্বোদয় ভাবধাৰা

"সৰ্ব্বোদয়" শব্দটো মহামানৱ মহাত্মাগান্ধীৰ গৱেষণাৰ পৰা উদ্ভৱ হয়—ইয়াৰ অৰ্থ হৈছে সকলোৰে উদয় অৰ্থাৎ বিকাশ। মহাত্মাগান্ধী এজন সুতীক্ষ্ণ দাৰ্শনিক আৰু অতীব দূৰদৰ্শী পুৰুষ আছিল। তেওঁ পৃথিবীৰ বিভিন্ন স্বাধীন দেশৰ আৰ্থিক, সামাজিক আৰু নৈতিক অৱস্থাবোৰ অধ্যয়ন কৰি, সেইবোৰ দেশৰ তুলনাত পৰাধীনতাৰ যাতনাৰে জৰ্জ্জৰিত, নিজৰ দেশ ভাৰতৰ দুৰৱস্থা দেখি একেবাৰে অভিভূত হৈ পৰিছিল; আৰু ইয়াৰ নিৰাকৰণৰ বাবে গভীৰ ভাবে গৱেষণা আৰম্ভ কৰিছিল।

১৯১৫ চনত, গান্ধীজী যেতিয়া ভাৰতলৈ উলটি আহে, তেতিয়া ভাৰতত স্বাধীনতাৰ জুই উমাই উমাই জ্বলিব ধৰিছে। মহামতি ৰামকৃষ্ণ গোখেল, লোকমান্য তিলক, ৰাণাদে শাস্ত্ৰী, লালাৰাজপৎ ৰায় ইত্যাদিৰ তত্ত্বাৱধানত স্বৰাজ আন্দোলন আৰম্ভ হৈছে। ৰাজনৈতিক গুৰু গোখেল আৰু লোকমান্য তিলকে তেতিয়াই মহাত্মা গান্ধীৰ প্ৰকৃত শক্তিৰ পৰিচয় পাইছিল; সেয়েহে তেওঁলোকে গান্ধীক উপদেশ দিছিল। তেওঁলোকৰ উপদেশ আছিল যে দেশক মুক্ত কৰি কোটি কোটি দেশবাসীক প্ৰকৃত স্বাধীনতাৰ আস্বাদ দিবলৈ হ'লে প্ৰথমে দেশৰ সমগ্ৰ জনতাৰ মনস্থিতি আৰু পৰিস্থিতি সম্পূৰ্ণ

অধ্যয়ন কৰি লব লাগিব, আৰু ইয়াৰ লগত খাপ খোৱাকৈহে আঁচনি তৈয়াৰ কৰি কাম কৰিব লাগিব। সেই অনুসৰিয়েই মহাত্মাগান্ধীয়ে প্ৰাকৃতিক সম্পদৰাজী আৰু অগণন জনশক্তিৰে পৰিপূৰ্ণ সমগ্ৰ দেশখন পৰিভ্ৰমণ কৰি বুজিব পাৰিছিল যে সুজলা সুফলা শস্যশ্যামলা আমাৰ কৃষি প্ৰধান দেশখনৰ মূল আধাৰ হৈছে কৃষি আৰু কৃষক। গতিকে কৃষকৰ বসতিস্থল গাওঁবোৰেই দেশৰ ৰাজহাড়। কিন্তু সাম্ৰাজ্যবাদী বৃটীছে দেশৰ সম্পদৰাজী শোষণ কৰি নিয়াৰ লগতে লাখ লাখ গাৱঁক একেবাৰে জৰাজীৰ্ণ কৰি পেলাইছে। এতেকে এই গাওঁবোৰৰ সৰ্ব্বাঙ্গীণ উন্নতি কৰিব পাৰিলেহে দেশৰ উন্নতি হ'ব; তথা স্বাধীনতাৰ সোৱাদ দেশবাসীয়ে উপলব্ধি কৰিব পাৰিব।

দক্ষিণ আফ্ৰিকাত থাকোঁতে পঢ়া ৰাস্কিনৰ "আন টু দিছ লাষ্ট" ( Unto this last ) নামৰ কিতাপখনে গান্ধীজীৰ ওপৰত বিশেষ প্ৰভাৱ বিস্তাৰ কৰিছিল বুলি "সৰ্ব্বোদয়" নামৰ কিতাপখনিৰ ভূমিকাত গান্ধীজীয়ে নিজেই লিখিছে। পাশ্চাত্যৰ "অধিকতম লোকৰ বাবে অধিকতম সুখ" নীতিটোৰ পৰিবৰ্ত্তে গীতাৰ "সৰ্ব্ব-ভূত হিতে ৰতাঃ" নীতিটোতহে তেওঁ আচল সত্য বিচাৰি পাইছিল। সেইকাৰণেই মহাত্মাগান্ধীয়ে প্ৰৱৰ্ত্তন কৰা স্বৰাজ আন্দোলনৰ দুটা অধ্যায়। প্ৰথমটো হৈছে শোষণৰূপী শাসক বৃটীছৰ কৱলৰ পৰা একেবাৰে অহিংস উপায়েৰে দেশক মুক্ত কৰা ৰাজনৈতিক আন্দোলনৰ

অধ্যায় আৰু দ্বিতীয়টো হৈছে বিদেশীৰ বাতাবৰণত বিজতৰীয়া হোৱা জৰ্জ্জৰিত, নিষ্পেষিত দেশখনক ৰচনাত্মক কাৰ্য্যপ্ৰণালীৰে সামাজিক, আৰ্থিক, নৈতিক সকলো ক্ষেত্ৰকে পুনৰগঠন কৰি "ৰামৰাজ্য" স্থাপন কৰাৰ গঠনমূলক আন্দোলনৰ অধ্যায়। বাপুজীৰ এই ৰামৰাজ্যৰ পৰিকল্পনাত আছিল সত্য, প্ৰেম আৰু অহিংসাৰ ওপৰত প্ৰতিষ্ঠিত এনে এখন সমাজ ৰচনা, য'ত হজুৰ আৰু মজুৰ শ্ৰেণীৰ পাৰ্থক্য নাই, গৰীবি-আমীৰিৰ বিভেদ নাই, শাসন আৰু শোষণৰ যাতনা নাই, উচ্চবৰ্ণ হীনবৰ্ণৰ বিচাৰ নাই, শিক্ষিত-অশিক্ষিতৰ সমস্যা নাই, চহৰীয়া-গাৱলীয়াৰ প্ৰভেদ নাই, আৰ্থিক সামাজিক কোনো ক্ষেত্ৰতেই একো বৈষম্য নাই। ইয়াত প্ৰত্যেকেই উপলব্ধি কৰিব পাৰিব যে প্ৰকৃত মানুহ হিচাবে জীয়াই থকাৰ অধিকাৰ সকলোৰে সমান আৰু প্ৰত্যেকৰে ইয়াত মঙ্গল সাধন হব, সম্যক বিকাশ হব। জনতাৰ সামূহিক মঙ্গল বিধায়ক এইখন সমাজেই সৰ্ব্বোদয় সমাজ। শ্ৰেণীহীন বৰ্ণ বৈষম্যবিহীন এইখন সমাজ-বাদী স্বাধীন ৰাষ্ট্ৰই হৈছে আচল ৰামৰাজ্য।

পৃথিবীৰ ইতিহাসত অদ্বিতীয়, সম্পূৰ্ণ অভিনৱ পন্থা, অহিংস সত্যাগ্ৰহেৰে মহাপ্ৰতাপী বৃটীছৰ হাতৰপৰা পৰাধীনতাৰ শিকলি ছিঙি দেশমাতৃকাক স্বাধীন কৰাৰ লগতে দেশত প্ৰকৃত ৰামৰাজ্য স্থাপনৰ অৰ্থে মহাত্মাগান্ধীৰ সৰ্ব্বোদয় সমাজ ৰচনাৰ যি আঁচনি সেইখন মূলতে হৈছে গাৱেঁ-গাৱেঁ স্বৰাজ স্থাপন কৰি দেশৰ মূল ভেঁটি, অগণন গাওঁবাসীৰ

সৰ্ব্বাঙ্গীণ উন্নতি কৰাৰ আঁচনি। গাৱঁৰ মূল সম্বল খেতিৰ উন্নতি সাধনৰ লগে লগে কুটীৰ শিল্পৰ উন্নয়ণ কৰি গ্ৰামী-কৰণ পদ্ধতিৰে গাওঁ স্বাৱলম্বী হব লাগিব। গাৱেঁ-গাৱেঁ গাওঁ-সভা পাতি গাৱঁৰ সমস্যা গাৱেঁ নিজেই সমাধান কৰি লব লাগিব। খাদী-উন্নয়ণ, গো-জাতিৰ উন্নতি, নাৰী-মঙ্গল, অস্পৃশ্যতা দূৰীকৰণ ইত্যাদি বিভিন্ন ৰচনাত্মক কাৰ্য্যক্ৰমেৰে গাওঁ তথা সমাজখন সুস্থ কৰি গঢ়ি তুলিব লাগিব। নিবনুৱা সমস্যা বৃদ্ধি কৰি অশান্তিৰ মাত্ৰা বঢ়োৱা বৰ্ত্তমানৰ প্ৰচলিত শিক্ষা পদ্ধতিৰ আমূল পৰিবৰ্ত্তন সাধন কৰি নঈ তালিম শিক্ষা পদ্ধতি প্ৰচলন কৰি ল'ৰা-ছোৱালীক স্বাৱলম্বনৰ শিক্ষা দিব লাগিব। মুঠতে স্বাধীন ৰাষ্ট্ৰখনত প্ৰত্যেক নাগৰিকেই প্ৰকৃত মানুহৰ দৰে জীয়াই থাকিবৰ কাৰণে অন্ন, বস্ত্ৰ, শিক্ষা, স্বাস্থ্য আদি সকলোবোৰ আহিলা আহৰণ কৰাৰ ব্যৱস্থা থাকিব লাগিব; আৰু ইয়াত প্ৰত্যেকৰেই সম্যক বিকাশৰ থল থাকিব। এইখন ৰাষ্ট্ৰ পৰিচালিত হব সম্পূৰ্ণ শুদ্ধ গণতান্ত্ৰিক পদ্ধতিৰে—এয়েই হৈছে সৰ্ব্বোদয় সমাজৰ মূল নীতি। সমাজত মানুহে মানুহক প্ৰকৃত মানুহৰূপে বুজাৰ, মানুহৰূপে সেৱা কৰাৰ, মানুহৰ লগত মানৱতাৰ সম্বন্ধ স্থাপন কৰাৰ আদৰ্শই হৈছে সৰ্ব্বোদয়ৰ আদৰ্শ।

মানৱ জীৱনৰ সমগ্ৰ দৰ্শন, মূলীভূত দৰ্শন সোমাই আছে এই সৰ্ব্বোদয় দৰ্শনৰ মাজতেই। সমাজত জীৱন ধাৰণৰ কাৰণে সৎ উপায়েৰে কৰা সকলো প্ৰকাৰৰ শ্ৰমৰেই মৰ্য্যাদা

সমান। কায়িক শ্ৰম আৰু বৌদ্ধিক শ্ৰমৰ মৰ্য্যাদাৰ তাৰতম্য হব নোৱাৰে। এজন মজুৰ আৰু এজন মন্ত্ৰীৰ, এজন হৰিজন আৰু এজন ব্ৰাহ্মণৰ জীৱনৰ মূল্যাঙ্কণৰ পৰিমাণ কম বেচি কৰি দি ভগৱানে সৃষ্টি কৰা নাই। সমাজত কৰ্ম্মৰ শ্ৰেষ্ঠতা আৰু হীনতা থাকিব নোৱাৰে। চহৰ আৰু গাৱঁৰ মাজত উৎকৃষ্টতা, নিকৃষ্টতাৰ বিচাৰ হব নালাগে। জীৱন নিৰ্ব্বাহৰ বাবে প্ৰত্যেকেই শক্তি অনুসৰি শ্ৰম কৰি আত্মনিৰ্ভৰশীল হব লাগিব। সম্পত্তি আৰু ক্ষমতাৰ অধিকাৰী হৈ কোনেও কাকো শোষণ কৰিব নোৱাৰিব—এই সৰ্ব্বোদয় বিচাৰধাৰা মহাত্মা গান্ধীৰ মানৱ সমাজলৈ অপূৰ্ব্ব অৱদান।

# সৰ্ব্বোদয় আৰু ভূদান

১৯৪৭ চনৰ ১৫ আগষ্টৰ দিনা স্বৰাজ-আন্দোলনৰ ৰাজনৈতিক অধ্যায় শেষ হল। যুগৰ মনীষি মহাত্মাগান্ধীয়ে পৃথিবীৰ ইতিহাসত একেবাৰে নতুন অধ্যায়ৰ পাতনি মেলিলে অহিংস সত্যাগ্ৰহেৰে ভাৰতবৰ্ষক স্বাধীন কৰি। পিছে, দেশে স্বাধীনতা লাভ কৰাৰ লগে লগে গান্ধীজীয়ে ৰাজনীতিৰ পৰা সম্পূৰ্ণ-ভাবে অৱসৰ লৈ দেশত সৰ্ব্বোদয় সমাজ ৰচনা কৰি ৰামৰাজ্য স্থাপন কৰাৰ অৰ্থে গঠনমূলক অধ্যায় আৰম্ভ কৰোঁতে নৌ কৰোঁতেই জাতীয় বুৰঞ্জীত ক'লাৰেখা আঁকি দি ১৯৪৮ চনৰ

৩০ জানুৱাৰীৰ দিনা জাতীয় যজ্ঞৰ হোতা হেৰাই গল সাম্প্রদায়িকতাৰ বিষ বাষ্পৰ মাজত। জাতিৰ পিতাৰ মহা-প্রয়াণত দেশবাসী ব্যাকুল হৈ পৰিল। ঘোৰ অন্ধকাৰে দেশ আৱৰি পেলালে।

………ইতিমধ্যে বিজ্ঞানে নতুন নতুন অৱদান আৰু পদ্ধতিৰ উদ্ভাৱণা কৰিলে। বিগত মহাসমৰৰ মলিয়ন প্রভাৱ-বোৰো সমাজৰ মাজত সোমাই ৰ'ল। উচ্ছৃঙ্খলা, বিশৃঙ্খলা, অশান্তি, দুৰ্গতিৰ মাত্ৰা ক্রমে বাঢ়িবলৈ ধৰিলে। ন'কৈ স্বাধীন হোৱা ৰাষ্ট্ৰখনত মাত্র এমুঠি মানুহে স্বাধীনতা উপভোগ কৰাৰ সুযোগ পালে। চহৰ, নগৰবোৰৰ কেৱল একাংশ মানুহে স্বাধীন ৰাষ্ট্ৰৰ সুযোগ সুবিধা লাভ কৰিব পাৰিলে—কিন্তু দেশৰ সাধাৰণ জনতাৰ অভাৱ, অশান্তি বাঢ়িহে আহিল। ৰাষ্ট্ৰৰ প্রধান অংশ গাওঁবোৰৰ অৱস্থা শোচনীয় হৈ গল। ভোকাতুৰ, অৰ্দ্ধনগ্ন অৱস্থাত জনতা ধৈৰ্য্যচ্যুত হৈ গল—নিজৰ মাজতেই সংঘৰ্ষৰ উৎপত্তি হল। সমস্যাৰ উপৰি সমস্যা বাঢ়ি আহিল।

দেশৰ এই সন্ধিক্ষণত মহাত্মাজীৰ একান্ত সহযোগী গঠনমূলক কৰ্ম্মীসকলে এইবাৰ স্বৰাজ আন্দোলনৰ আধৰুৱা অংশ পূৰণ কৰি সৰ্ব্বোদয় সমাজ ৰচনা কৰিবলৈ আগবাঢ়ি আহিল। এওঁলোকে ১৯৪৮ চনৰ ১৮ মাৰ্চ্চত সেৱাগ্রামত গোটখাই এখন গঠনমূলক কৰ্ম্মীসন্মিলন পাতিলে। এইখন কৰ্ম্মীসন্মিলনে সিদ্ধান্ত কৰিলে যে, সকলোৰে উন্নতিৰ কাৰণে

অৰ্থাৎ সৰ্ব্বোদয়ৰ কাৰণে এখন "সৰ্ব্বোদয়-সমাজ" গঠন কৰিব লাগিব। এইখন "সৰ্ব্বোদয়-সমাজ"ত কোনো কটকটীয়া আনুষ্ঠানিক নিয়ম নাথাকিব। সত্য, প্ৰেম আৰু অহিংসাত তথা গান্ধীজীৰ জীৱন তত্ত্বত সম্পূৰ্ণ শ্ৰদ্ধা থকা আৰু এই আদৰ্শৰেই সমাজ সেৱা কৰা সকলো কৰ্ম্মীয়েই "সৰ্ব্বোদয়-সমাজ" গঠনৰ কাম কৰিব পাৰিব। বছৰেকৰ মূৰত কৰ্ম্মী-সকলে এবাৰ এঠাইত গোট খাই নিজৰ নিজৰ কামৰ অভিজ্ঞতাবোৰ আলোচনা কৰি ভৱিষ্যতৰ কাৰ্য্যসূচী স্থিৰ কৰি লবৰ কাৰণে একোখন সৰ্ব্বোদয়-সন্মিলন পাতিব লাগিব। সেই অনুসৰিয়েই ১৯৪৯ চনৰ মাৰ্চ্চত ৰাওত প্ৰথম সৰ্ব্বোদয়-সন্মিলন বহে। এইখন সন্মিলনতেই মহাত্মা গান্ধীৰ পৰিচালনাত গঠিত হোৱা অখিল ভাৰত চৰখা সঙ্ঘ, গ্ৰামোদ্যোগ সঙ্ঘ, গো-সেৱা সঙ্ঘ, তালীমি সঙ্ঘ, হৰিজন সেৱক সঙ্ঘ, আদি সকলোবোৰ গঠনমূলক অনুষ্ঠান একেলগ কৰি "অখিল ভাৰত সৰ্ব্বসেৱা সঙ্ঘ" নাম দি এটা অনুষ্ঠান গঠন কৰাৰ সিদ্ধান্ত লোৱা হয়। উক্ত সৰ্ব্ব-সেৱা সঙ্ঘই কোনো ৰাজ-নীতি বা দ'লৰ লগত জড়িত নাথাকি সম্পূৰ্ণ পক্ষাতীত, বাদাতীতভাবে গঠণমূলক কামৰ জৰিয়তে সৰ্ব্বোদয়-সমাজ গঠণৰ কাম চলোৱাৰ ভাৰ লব। এই সময়তেই ৱাৰ্দ্ধাৰ ওচৰৰ পাওনাৰ আশ্ৰমত ৰচনাত্মক কাৰ্য্যৰে দেশসেৱা কৰাৰ নীৰৱ গৱেষণা চলাই থকা, বাপুজীৰ প্ৰিয় শিষ্য আচাৰ্য্য বিনোৱা ভাবেই সত্য, প্ৰেম আৰু অহিংসাৰ

ভিত্তিত সৰ্ব্বোদয়-সমাজ ৰচনাৰ কল্পে এখন অৰ্থ নৈতিক ক্ৰান্তি-কাৰী আঁচনি তৈয়াৰ কৰি সৰ্ব্বোদয় কৰ্ম্মীসকললৈ আগ বঢ়ায়। ইয়াৰ পিছৰ পৰাই বিনোৱাজীয়ে দেশৰ ৰাজহাড় গাওঁবোৰৰ সৰ্ব্বাঙ্গীন উন্নতি সাধন কৰি স্বাৱলম্বী কৰিবৰ কাৰণে নিজে গাৱঁলৈ গৈ আচল অভাৱ অসুবিধাবোৰ অধ্যয়ণ কৰি লৈ সেইবোৰৰ নিৰাকৰণৰ ব্যৱস্থা কৰিবৰ বাবে পদযাত্ৰাৰ সূচনা কৰে। ১৯৫০ চনত উৰিষ্যাৰ অঙ্গুলত বহা দ্বীতিয় সৰ্ব্বোদয় সম্মিলনে বিনোৱাজীৰ উপৰোক্ত সৰ্ব্বোদয় পৰিকল্পনা গ্ৰহণ কৰে আৰু এই আঁচনি পৰিচালনাৰ দায়িত্বও বিনোৱাজীৰ ওপৰতেই অৰ্পণ কৰে।

অতীব মেধাৱী, সুদক্ষ বাস্তৱ-ধৰ্ম্মী পুৰুষ আচাৰ্য্য বিনোৱা ভাবেই উপলব্ধি কৰিব পাৰিছিল যে বিদেশীৰ বাতাবৰণত বিজতৰীয়া হোৱা দেশ তথা সমাজখনৰ মূল কেৰোণবোৰ আতঁৰাই নতুনকৈ পুনৰ গঠন কৰিবলৈ হলে একেবাৰে গুৰিৰে পৰাই সংগঠন কৰি আনিব লাগিব। দেশৰ মূল মেৰুদণ্ড গাওঁবোৰৰ আচল সমস্যাৱলী সমাধান কৰিব লাগিব সম্পূৰ্ণ শান্তিপূৰ্ণভাৱে একেবাৰে অহিংস উপায়েৰে। ইয়াকেই কৰিবলৈ হলে প্ৰথমেই মানুহৰ অন্তৰ পৰিবৰ্ত্তন কৰিব লাগিব সত্য, আৰু প্ৰেমৰ জৰিয়তে। মানুহৰ সকলো অশান্তিৰ মূলতে হৈছে অভাৱ, খোৱা-পিন্ধা, থকা-মেলাৰ অভাৱ। সেয়েহে বিনোৱাজীয়ে নিজে গাওঁৰাসীৰ আচল অভাৱ অভিযোগ-বোৰৰ প্ৰকৃত বুজ লৈ তেওঁলোকৰ সহযোগিতাৰেই ইয়াক

সমাধান কৰাৰ উপায় উদ্ভাৱনা কৰিবলৈ গাৱেঁ গাৱেঁ পদযাত্ৰা আৰম্ভ কৰিলে। এইদৰে শান্তি প্ৰতিষ্ঠাৰ অনুশীলন কৰি থাকোঁতেই ১৯৫১ চনৰ এপ্ৰিল মাহত হায়দৰাবাদৰ শিৱৰাম-পল্লীত সৰ্ব্বোদয় সন্মিলনৰ তৃতীয় অধিবেশন বহে। সেই সময়তেই হায়দাৰাবাদৰ তেলেঙ্গেনা অঞ্চলত জমিদাৰ আৰু বনুৱাৰ মাজত ভূমি-সমস্যালৈ ঘোৰ সংঘৰ্ষৰ সৃষ্টি হয়। কমিউনিষ্টসকলে এই সমস্যাবোৰ সমাধানৰ অৰ্থে হিংসাত্মক কাৰ্য্যৰ সহায় লয় আৰু চৰকাৰেও সংঘৰ্ষ দমনৰ অৰ্থে মিলিটেৰীৰ সহায় লব লগা হয়। শান্তি অন্বেষণকাৰী বিনোৱাজীয়ে শিৱৰাম পল্লীৰ সৰ্ব্বোদয় সন্মিলনতেই এই ভয়াবহ বাতৰি পাই মৰ্ম্মাহত হল। পৃথিবীৰ ইতিহাসত অভিনৱ উপাই অহিংস আন্দোলনৰে স্বাধীন হোৱা ৰাষ্ট্ৰখনত হিংসাৰ জুই জ্বলি উঠি মানুহৰ দুঃখ দুগৰ্তিৰ সীমা নাইকীয়া কৰিছে—সত্য, প্ৰেম আৰু অহিংসাৰ পূজাৰী বিনোৱাজীয়ে এই অশান্তিৰ জুই নিৰ্ব্বাপিত কৰাৰ আশাৰে সংঘৰ্ষৰ কেন্দ্ৰস্থল পোচম পল্লীলৈ শান্তি-সৈনীকৰূপে যাত্ৰা কৰিলে। তেলেঙ্গেনাৰ অশান্ত অধৈৰ্য্য জনতাই যেন শান্তিৰ ৰেঙনি দেখিবলৈ পালে। সকলোৱে আহি বিনোৱাজীক সম্বৰ্দ্ধনা জনালে। ১৯৫১ চনৰ ১৮ এপ্ৰিলৰ দিনা ৰাতিপুৱা বিনোৱাজীয়ে শান্তিৰ বাণী লৈ পোচমপল্লীত উপস্থিত হওঁতেই সকলোৱে শান্ত হৈ নিজৰ নিজৰ দুঃখ নিবেদন কৰিলে। দীন-দুখী হৰিজনসকলেও নিৰ্ভিক ভাবে আগবাঢ়ি আহি তেওঁক জনালে যে তেওঁলোকে নিজে

পৰিশ্ৰম কৰি নিজৰ জীবিকা উৎপাদন কৰি লবলৈ মাত্ৰ ৮০ (আশী) একৰ মাটি পালেই তেওঁলোকৰ অভাৱ দূৰ হব, তথা সকলো সংঘৰ্ষৰ অৱসান ঘটিব। এই দৰেই সেই অঞ্চলৰ সকলোবোৰ ম্ৰিয়মান জনতাই তেওঁলোকৰ মূল অভাৱ মাটি-সমস্যাৰ বিষয়ে জনালে। বিনোৱাজীয়ে সকলো কথা শুনি এই অভাৱগ্ৰস্ত জনতাক উচিত পৰিমাণে মাটি দিবলৈ অনুৰোধ জনাই চৰকাৰৰ ওচৰত আবেদন পত্ৰ দাখিল কৰিবলৈ ললে। কিন্তু সেই সময়তেই এই অতিমানৱ গৰাকীৰ অন্তৰত নানা ভাবে তোলপাৰ লগাবলৈ ধৰিলে…… ……জীৱনধাৰণৰ সকলো সামগ্ৰীৰ মূল উৎস হৈছে মাটি। এই মাটি বায়ু, পানী আৰু পোহৰৰ দৰেই ভগৱানৰেই অৱদান। গতিকে বায়ু, পানী আৰু পোহৰৰ দৰেই এই মাটিকো ভোগ কৰাৰ অধিকাৰ ভগবানৰ সন্তান সকলোৰেই সমান। পিছে দেখা যায় যে জমিদাৰসকলে অপৰ্য্যাপ্ত পৰিমাণে মাটি ভোগ কৰে আৰু ভূমিহীন সকলে মাটিৰ অভাৱতেই হাহাঁকাৰ কৰি থাকিব লাগে—ই সমাজৰ ঘোৰ অবিচাৰ। চৰকাৰ বা কোনো ব্যক্তি বিশেষৰ ই নিজা সম্পত্তি হব নোৱাৰে। ভগবানৰ দানক প্ৰয়োজন অনুসৰি ভোগ কৰিবৰ কাৰণে আকৌ কাৰোবাৰ ওচৰত আবেদন নিবেদন কৰিব লাগে কিয়? অৱশেষত সেই দিনাৰ প্ৰাৰ্থনা সভাতেই এটি শুভমুহুৰ্ত্তত বিনোৱাজীয়ে অন্তৰস্পৰ্শী বাণীৰে সমবেত জনতাৰ আগত নিজৰ মনৰ ভাব প্ৰকাশ কৰি গোহাৰি জনালে যে চৰকাৰে

যদি মাটি দিব নোৱাৰে তেন্তে অন্ততঃ নিঃকিন হৰিজন সকলৰ কাৰণে কিছু মাটি দান কৰিবলৈ গাৱঁত এনে কোনো এজনো নাই নে? দীন-দুঃখীৰ প্ৰকৃত বন্ধু বিনোৱাজীৰ এই আবেদনে অভূত-পূৰ্ব্ব সহাঁৰি পালে। পৃথিবীৰ ইতিহাসত একেবাৰে নতুন আলোড়নৰ সৃষ্টি কৰি শ্ৰীৰামচন্দ্ৰ ৰেড্ডিয়ে তেওঁৰ পৈতৃক সম্পত্তিৰ পৰা ১০০ একৰ মাটিৰ দান সেইখন সভাতেই আগবঢ়ালে। বিনোৱাজী নিজেই অভিভূত হৈ পৰিল। সেইদিনা ৰাতি তেওঁৰ চকুত টোপনি নাহিল। যি মাটিৰ কাৰণে ইমান যুদ্ধ-বিগ্ৰহ, এনেকুৱা সংঘৰ্ষ এনেকি নিজৰ স্বগৰ্ভী ভাই ককায়েও হিংসাত উন্মত্ত হৈ পৰে, সেই মাটি শ্ৰীৰামচন্দ্ৰ ৰেড্ডিয়ে একেবাৰে নিঃস্বাৰ্থ ভাবে দুঃখীজনৰ দুঃখমোচনৰ কাৰণে স্বইচ্ছাই দিব পাৰিছে—বিনোৱাজীয়ে যেন এটা ঐশ্বৰিক অনুপ্ৰেৰণা লাভ কৰিলে। শান্তি অন্বেষণৰ আচল সত্য যেন বিচাৰি পালে। মানুহৰ অন্তৰত সুপ্ত হৈ থকা মানৱতাক প্ৰেমৰ জৰিয়তে জাগ্ৰত কৰিব পাৰিলেই সমাজৰ সকলো অশান্তি আতৰ কৰিব পৰা যাব। অন্তৰ পৰিবৰ্ত্তনৰ দ্বাৰা সমাজ-পৰিবৰ্ত্তন কৰিলেহে সমাজৰ নবনিৰ্ম্মাণ হ'ব, তথা সৰ্ব্বোদয় সমাজ ৰচনা কৰিব পৰা যাব। কৃষি প্ৰধান দেশত ভূমিয়েই হৈছে মূল সমস্যা। এই ভূমি সমস্যাৰ লগতেই আৰ্থিক, ৰাজনৈতিক, সামাজিক সকলো সমস্যাই জড়িত হৈ আছে। গতিকে এই ভূমি সমস্যা সমাধান হলেই আন সকলো সমস্যা সমাধান হৈ যাব। ·········এই অভিনৱ

ঘটনাৰ জৰিয়তেই সদৌ ভাৰতৰ ভূমি সমস্যা সমাধান কৰাৰ অহিংস উপায় বিনোবাজীয়ে অন্তৰত উপলব্ধি কৰিলে। এই দৰেই এই ১৯৫১ চনৰ ১৮ এপ্ৰিলৰ দিনাৰ শ্ৰীৰামচন্দ্ৰ ৰেড্ডিৰ ১০০ একৰ ভূমিদান লৈ বিনোৱাজীযে ভূদান-যজ্ঞ আন্দোলন আৰম্ভ কৰিলে। কৃষি প্ৰধান দেশ ভাৰতৰ মূল আধাৰ হৈছে কৃষি আৰু কৃষক। গতিকে এই কৃষি প্ৰধান দেশখনৰ বিপ্লৱো হব লাগিব কৃষিমূলক। মাটিয়েই হৈছে কৃষিৰ মূল উৎপাদিকা শক্তি। ভূমি অৰ্থাৎ ভবন্তি অস্মিন্ ভূতানি। কিন্তু সমাজৰ ভুল বাতাবৰণৰ ফলত এই মাটি কিছুমান সুবিধাবাদী মানুহে অপৰ্য্যাপ্ত পৰিমাণে অধিকাৰ কৰি লৈ আমিৰ, জমিদাৰ হৈ পৰিছে। পিছে যি সকল কৃষকে হাড়ভঙা পৰিশ্ৰম কৰি এই মাটিক ফচল মুখৰ কৰিছে তেওঁলোকৰতো নিজা মাটি নায়েই, তেওঁলোকে নিজে পৰিশ্ৰম কৰি উৎপন্ন কৰা ফচলৰ ওপৰতো তেওঁলোকৰ অধিকাৰ নাই। তেওঁলোকৰ লৰাছোৱালীয়ে অন্নহীন, বস্ত্ৰহীন, স্বাস্থ্যহীন হৈ হাহাঁকাৰত কাল কটাইছে। মাটিৰ ওপৰত নিৰ্ভৰ কৰি যিবিলাক উদ্যোগ, অনুষ্ঠান প্ৰতিস্থিত হৈছে তাতো মালিক আৰু বনুৱাৰ অৱস্থাৰ আকাশ পাতাল প্ৰভেদ। সেই কাৰণেই বিনোৱাজীয়ে এই মটিৰেই বিপ্লৱ আৰম্ভ কৰি ভূদান-যজ্ঞ আন্দোলনেৰে সমাজত শান্তিৰ বাতাবৰণ সৃষ্টি কৰাৰ প্ৰচেষ্ট আৰম্ভ কৰিলে সেই ১৯৫১ চনৰ ১৮ এপ্ৰিলৰ দিনাৰ পৰাই। ভূমিৰ সমবিতৰণ অৰ্থাৎ ভূমি সমস্যা সমাধান হলেই সমাজৰ

আনবোৰ আনুষঙ্গিক সমস্যাৰো সমাধান হব। দেশৰ মূলভেটি গাওঁবোৰৰ সমাজ ব্যৱস্থাৰ আমূল পৰিবৰ্ত্তন কৰি পুনৰ গঠণ কৰিব পাৰিলেই স্বাৱলম্বী গাওঁ তৈয়াৰী হব। এনেকৈয়েই অভাব, অশান্তি কমি আহিব ; অসমতা, বিষমতা দূৰ হব আৰু সৰ্ব্বোদয় আদৰ্শক বাস্তৱত ৰূপ দিব পৰা যাব। উৎপীড়ন, অশান্তিৰে পৰিপূৰ্ণ বৰ্ত্তমানৰ সমাজখনক গুৰিৰে পৰাই সংগঠণ কৰি আনিব লাগিব ··· বিনোৱাজীৰ ভাষাৰে কবলৈ গলে বেমাৰ উৎপত্তিৰ মূল কেন্দ্ৰতো বিচাৰি উলিয়াই তাক নিৰ্ম্মুল কৰিব পাৰিলেহে একেবাৰে নিৰোগী হব পৰা যাব। সেই কাৰণেই দেশৰ মূল মেৰুদণ্ড গাৱঁতেই প্ৰথমে এই বিপ্লৱ আৰম্ভ কৰা হল। আইনৰ দ্বাৰাই বা ক্ষমতা প্ৰয়োগ কৰি কোনো সমস্যাৰেই স্থায়ী সমাধান হোৱা নাই আৰু হব নোৱাৰে। মানুহে নিজে অন্তৰেৰে উপলব্ধি কৰি লৈ বুদ্ধিৰে, জ্ঞানেৰেহে সমস্যা সমাধান কৰি লব পাৰে। সেয়েহে বিনোৱাজীয়ে নিপীড়িত, নিষ্পেষিত জনতাৰ লগত পোনপটীয়া সম্বন্ধ স্থাপন কৰি তেওঁলোকক এই মূলসূত্ৰটো বুজাই দিবৰ কাৰণে পিছপৰি থকা গাওঁবোৰতেই পদযাত্ৰা আৰম্ভ কৰিলে।

আজিৰ এই তুমুল অৰিয়া অৰিৰ যুগত এফালে অনুপৰ-মানুৰ মাজত অন্তৰ্নিহিত হৈ থকা অলৌকিক শক্তি অন্বেষণৰ প্ৰচেষ্টা চলিছে আৰু আনফালেদি ডাঃ ভাবা, মিঃ ক্ৰুশ্বেভ, প্ৰেচিডেণ্ট আইছেনহাৱাৰ, মাও, টিটো, পণ্ডিত নেহেৰু আদি

শান্তিকামী মনীষিসকলে শান্তি প্ৰতিষ্ঠাৰ উপাই বিচাৰি হাবাথুৰি খাইছে। এনে পৰিস্থিতিৰ মাজতেই গননায়ক বাপুজীৰ সত্য, অহিংসা আৰু প্ৰেমৰ অনুপ্ৰেৰণাৰে আচাৰ্য্য বিনোৱাজীয়ে সৰ্ব্বোদয় আদৰ্শক বাস্তৱত ৰূপ দিবৰ কাৰণে ভূদান-যজ্ঞ আন্দোলনৰ অনুশীলন কৰিছে। আগৰ দিনত ঋষি মুনিসকলে শান্তি স্বস্ত্যয়নৰ কাৰণে যজ্ঞ কৰাৰ বিধান দিছিল। এতিয়া কুৰিশতিকাৰ ঋষি, চিৰত্যাগী বিনোৱাজীয়ে জনতাৰ শান্তিৰ কাৰণে যজ্ঞৰ বিধান দি এই আন্দোলনক "ভূদান-যজ্ঞ" নামেৰে অভিহিত কৰিছে। মহাভাৰতৰ "ৰাজসূয় যজ্ঞ"ৰ লেখিয়াকৈ এই যজ্ঞক তেওঁ "প্ৰজাসূয় যজ্ঞ" বুলি কৈছে—ইয়াৰ জৰিয়তে জনতাৰ সকলো দুখ-দুৰ্দ্দশা, হিংসা-অসূয়া, আঁতৰি গৈ প্ৰজাৰ অভিষেক হব।

# বিকাশৰ পথত ভূদান ক্ৰান্তি

হায়দৰাবাদৰ তেলেঙ্গেনা অঞ্চলত জ্বলি উঠা হিংসাৰ দাৱানলৰ মাজতেই অতীব দূৰদৰ্শী, চিৰত্যাগী, অনাসক্ত পণ্ডিত আচাৰ্য্য বিনোৱাভাবেই ১৯৫১ চনৰ ১৮ এপ্ৰিলৰ দিনা, পোচমপল্লী গাৱঁত ভূদান-যজ্ঞ আন্দোলনৰ অৱতাৰনা কৰিলে। এই ভূদান ক্ৰান্তিৰ জৰিয়তেই সমাজৰ সকলো অভাৱ, অশান্তি, অসমতা, বিষমতা, অহিংসক উপায়েৰে নাইকিয়া

কৰি স্থায়ী শান্তি প্ৰণয়ণ কৰাৰ অনুশীলন সেইদিনাৰ পৰাই আৰম্ভ হল। হায়দৰাবাদৰ গাৱেঁ গাৱেঁ দুমাহকাল পদ-যাত্ৰা কৰি ভূদান-যজ্ঞৰ অভিযান চলাই ১২০০০ ( বাৰহেজাৰ ) একৰ মাটি সংগ্ৰহ কৰি ভূমিসমস্যা দূৰ কৰাৰ লগতে বিনোৱাজীয়ে আন আন স্থানীয় সমস্যাসমূহো সমাধান কৰি দি ২৬ জুনত পাওনাৰ আশ্ৰম পালেগৈ। ইয়াৰ কিছুদিনৰ পিছত পঞ্চবাৰ্ষিকী পৰিকল্পনা সম্পৰ্কে আলোচনা কৰিবৰ বাবে শ্ৰীজৱাহৰলাল নেহেৰুৰ পৰা আমন্ত্ৰণ পাই তেওঁ ১৯৫১ চনৰ ১২ চেপ্তেম্বৰত দিল্লী অভিমুখে পদযাত্ৰা আৰম্ভ কৰিলে আৰু ভূদানৰ অভিযান পুনৰ আৰম্ভ হল। ৭৯২ মাইল পথ দুমাহত অতিক্ৰম কৰি স্থানীয় ভূমিহীনসকলৰ কাৰণে দিনে প্ৰায় ( ২০০ ) দুশ একৰকৈ ভূমি দান লৈ বিনোৱাজীয়ে ১৩ নবেম্বৰত দিল্লীত কাম শেষ কৰিয়েই উত্তৰপ্ৰদেশ অভিমুখে পদযাত্ৰা আৰম্ভ কৰিলে। কিয়নো এই উত্তৰপ্ৰদেশৰ ফালে তেতিয়ালৈকে ভূমিসমস্যা লৈ কোনো সংঘৰ্ষ হোৱা নাছিল। এই সময়ত সাধাৰণ নিৰ্ব্বাচনৰ বাবে সকলো ৰাজনৈতিক দল ব্যস্ত আছিল যদিও বিনোৱাজীৰ এই নতুন তথ্যৰ অনুশীলনে হাজাৰ হাজাৰ জনতাক আকৰ্ষণ কৰিলে আৰু দিনে ৫০০ ( পাঁচশ ) একৰলৈকে মাটি সংগ্ৰহ কৰা হল। ছয়মাহৰ ভিতৰতে এক লাখ একৰ মাটিৰ দান পোৱা হল। ১৯৫২ চনৰ ১৩ এপ্ৰিলত উত্তৰপ্ৰদেশৰ সেৱাপুৰীত বহা সৰ্ব্বোদয় সন্মিলনে 'দুবছৰৰ ভিতৰত ২৫

( পঁশিচ ) লাখ একৰ মাটি সংগ্ৰহ কৰাৰ সঙ্কল্প লৈ বিনোৱাজীৰ ভূদান-যজ্ঞ আন্দোলনক ব্যাপক কৰি পেলালে। দুবছৰ পূৰ নৌহওঁতেই উক্ত মাটি সংগৃহীত হৈ গল। ১৯৫২ চনৰ ১৪ চেপ্তেম্বৰত বিনোৱাজীয়ে উত্তৰপ্ৰদেশ শেষ কৰি বিহাৰত প্ৰবেশ কৰাৰ লগে লগে ভূদান-যজ্ঞ আন্দোলনৰ গুৰুত্বপূৰ্ণ অধ্যায় এটিৰ আৰম্ভণী হল। তেওঁ ইয়াত প্ৰবেশ কৰিয়েই ইয়াৰ জটিল ভূমি সমস্যা সমাধান কৰি ভূমিহীন নাইকিয়া নকৰাকৈ উলটি নাযায় বুলি দৃঢ় সঙ্কল্প ললে। অকল ভূমি হলেইতো নহব ; ভূমিক ফচলমুখী কৰিবৰ কাৰণে, অৰ্থ, শ্ৰম, বুদ্ধি আদি সকলো লাগিব। এই বিহাৰতেই ভূদান-যজ্ঞ আন্দোলনৰ পৰাই সম্পত্তিদান, শ্ৰমদান আৰু বুদ্ধিদানৰ পাতনি আৰম্ভ হয়। যিসকলৰ ভূমি নাই, অৰ্থসম্পত্তিহে আছে, তেওঁলোকে এই সম্পত্তিৰেই একষষ্ঠাংশ আগবঢ়াব আৰু বুদ্ধিজীবি সকলে বুদ্ধি ভৰষাৰে ইয়াৰ কৃতকাৰ্য্যতাৰ সমল গোটাই দিব পাৰিব। ইয়াতেই শ্ৰীজয়প্ৰকাশ নাৰায়ণৰ দৰে আন্তঃৰাষ্ট্ৰীয় ব্যক্তিয়েও ভূদানত জপিয়াই পৰিল।

১৯৫৩ চনৰ এপ্ৰিলত বিহাৰৰ মানভূম জিলাৰ চাণ্ডিলত অনুষ্ঠিত হোৱা সৰ্ব্বোদয় সন্মিলনত শাসনমুক্ত সমাজৰ আদৰ্শ দাঙি ধৰি বিনোৱাজীয়ে যি ভাষণ দিলে সেই ভাষণটোক সৰ্ব্বোদয়ৰ ঘোষণাপত্ৰ বুলি কোৱা হয়। এই ভাষণতেই দেশৰ ভূমিহীন সকলৰ কাৰণে ৫ ( পাঁচ ) কোটি একৰ মাটি সংগ্ৰহ কৰা, সম্পত্তি দান যজ্ঞৰ জৰিয়তে অৰ্থ সংগ্ৰহ

Please handle the book carefully.



কৰা, সাহিত্য প্ৰচাৰ কৰা আদি বিবিধ কামৰ জৰিয়তে ১৯৫৭ চনৰ ভিতৰতেই দেশত গ্ৰামস্বৰাজ স্থাপন কৰাৰ আঁচনি আগবঢ়োৱা হয়। এই ভাষণেই পৃথিবীৰ শান্তিকামী মনীষিসকলক ভূদান তথ্যৰ প্ৰতি আকৰ্ষিত কৰিলে। তেতিয়াৰে পৰাই বিভিন্ন ৰাজনৈতিক দল সমূহেও ভূদানৰ প্ৰতি অনুসন্ধিৎসু হৈ পৰিল। এনেকি কমিউনিষ্ট সকলেও আহি বিনোৱাজীৰ পদযাত্ৰাত যোগদান কৰি অধ্যয়ন কৰিবলৈ ধৰিলে। ১৯৫৪ চনৰ ১৮, ১৯ আৰু ২০ এপ্ৰিলত বুদ্ধগয়াৰ সৰ্ব্বোদয়পুৰীত বহা সৰ্ব্বোদয় সন্মিলনত ডাঃ ৰাজেন্দ্ৰপ্ৰসাদ, ডাঃ সৰ্ব্বপল্লী ৰাধাকৃষ্ণণ, পণ্ডিত নেহেৰু, আচাৰ্য্যকৃপালিনী, শ্ৰীজয়প্ৰকাশ নাৰায়ণ প্ৰমুখ্যে দেশৰ বিভিন্ন ধৰণৰ ৫০০০ ( পাচ হেজাৰ ) প্ৰতিনিধিয়ে যোগদান কৰি ভূদান ক্ৰান্তিৰ কৃতকাৰ্য্যতা দুগুণে বঢ়ালে। এইখন সভাতেই আন্তঃৰাষ্ট্ৰীয় ক্ষেত্ৰত খ্যাতি লাভ কৰা এচিয়াৰ নিৰ্ভীক সমাজবাদী নেতা শ্ৰীজয়প্ৰকাশ নাৰায়ণে পৃথিবীৰ ৰাজনীতিজ্ঞ সকলক তবধ লগাই ঘোষণা কৰিলে যে প্ৰকৃত সমাজবাদী ৰাষ্ট্ৰ গঠন কৰাৰ আচল গণতান্ত্ৰিক পদ্ধতি হৈছে বিনোৱাজীয়ে অৱতাৰণা কৰা এই ভূদানযজ্ঞ আন্দোলন। ইয়াৰ জৰীয়তেই স্বতন্ত্ৰ জনশক্তি তৈয়াৰ কৰি সৰ্ব্বোদয় সমাজ ৰচনা কৰিব পৰা যাব, তথা বাপুজীৰ পৰিকল্পনাৰ ৰামৰাজ্য স্থাপন কৰিব পৰা যাব। সেই ২০ এপ্ৰিলৰ দিনাই এইজন অন্যতম সমাজবাদী নেতাই সক্ৰিয়

ৰাজনীতি পৰিত্যাগ কৰি গোটেই জীৱন ভূদান যজ্ঞ আন্দোলনৰ অৰ্থে কাম কৰিবলৈ সঙ্কল্প গ্ৰহণ কৰি জীৱনদানী হয়। এওঁৰ এই জীৱন দানৰ আহ্বান ক্ৰমে সৰ্ব্বসেৱা সঙ্ঘৰ সভাপতি শ্ৰীধীৰেণ মজুমদাৰ, বুনিয়াদী শিক্ষাৰ বিশিষ্টা নেত্ৰী শ্ৰীমতী আশাদেৱী আৰ্য্যনায়কম, এনেকি বিনোৱাজীয়ে নিজেও ভূদানযজ্ঞৰ অৰ্থে আজীৱন কাম কৰিবলৈ জীৱন দানৰ সঙ্কল্প গ্ৰহণ কৰে। এওঁলোকৰ লগতে প্ৰায় ৫০০ (পাচশ) কৰ্ম্মীয়েও জীৱন দানী হয়। ইয়াৰ পিচতে বেদান্ত, উপনিষদ আৰু মহাত্মাজীৰ অহিংসাৰ মাজতে অন্তৰ্নিহিত হৈ থকা সকলো তত্বৰ তুলনা মূলক অধ্যয়ন আৰু ইয়াৰ অনুশীলনৰ প্ৰশিক্ষণৰ বাবে এই বুদ্ধগয়াতেই "সমন্বয় আশ্ৰম" প্ৰতিষ্ঠা কৰা হল। বিহাৰ চৰকাৰে ভূদানত পোৱা মাটিৰ ৰক্ষণা-বেক্ষণৰ বাবে "ভূদান এক্ট" গ্ৰহণ কৰি আন্দোলনটিক চৰকাৰী সাহায্য প্ৰদান কৰে। এইদৰেই বিনোৱাজীয়ে বিহাৰত ২৭ মাহ কাল থাকি ২৩ (তেইশ) লাখ একৰ মাটি সংগ্ৰহ কৰি আৰু ভূদান ক্ৰান্তিৰ এক গৌৰবোজ্বল অধ্যায় ৰচনা কৰি ১৯৫৪ চনৰ ডিচেম্বৰ মাহত বিহাৰ ভ্ৰমণ শেষ কৰি বঙ্গদেশত প্ৰবেশ কৰে। ১৯৫৫ চনত বিনোৱাজীয়ে বঙ্গদেশতেই 'গ্ৰামদান' আন্দোলনৰ ঘোষণা কৰি ভূমি মালিক নাইকিয়া কৰাৰ সঙ্কল্প লয়। "গ্ৰামদান"ত গাঁৱৰ সমূহ মানুহে গাঁৱৰ সকলো মাটি, সম্পত্তিৰ ওপৰত থকা নিজ নিজ মালিকীস্বত্ব ত্যাগ কৰি গোটেই গাওঁখনৰ নামত উছৰ্গা কৰি

দিয়ে। তাৰ পাছত সমূহ গাওঁবাসীয়ে ঠিক এটা পৰিয়ালৰ দৰে নিজৰ গাওঁখন পুনৰনির্ম্মাণ কৰি লব লাগে। এনেকৈয়ে ভূদানৰ পৰা গ্রামদানৰ সূচনা হল। ইতিমধ্যে উত্তৰ প্রদেশৰ "মংৰোঠ" নামৰ গাঁৱতেই প্রথম গ্রামদান আৰম্ভ হয়।

বঙ্গদেশত কিছুদিন থাকিয়েই বিনোৱাজীয়ে উৰিষ্যা অভিমুখে পদযাত্রা কৰে। এওঁৰ উৰিষ্যা পদযাত্রা ভূদানৰ দ্বিতীয় গৌৰবোজ্জল অধ্যায়। সেই সময়ৰ উৰিষ্যাৰ প্রধান মন্ত্রী শ্রীনবকৃষ্ণ চৌধাৰী আৰু তেওঁৰ পৰিবাৰ শ্রীমতী মালতী চৌধাৰীয়ে সক্রিয় ৰাজনীতি পৰিত্যাগ কৰি, প্রধান মন্ত্রী পদ ইস্তফা দি ভূদানত জপিয়াই পৰিল। তেওঁলোকে সপৰিয়ালে গ্রামদান আন্দোলনৰ বাবে পদযাত্রা আৰম্ভ কৰিলে। অতি কম সময়ৰ ভিতৰতেই উৰিষ্যাৰ কোৰাপুট জিলাতেই ১২০০ (বাৰশ) গাঁৱত গ্রামদান হল। গোটেই ৰাজ্যখনত সেই সময়ত ১৬০০ (যোল্লশ) গ্রামদান হৈ প্রেমাত্মক আন্দোলনৰ জৰিয়তে ত্যাগৰ অভিনৱ নিদর্শন দেখুৱাই এই অহিংসক ক্রান্তিক অতুলনীয় কৰি তুলিলে।

সমালোচক সকলে কবলৈ ধৰিলে যে উত্তৰ ভাৰতৰ মানুহবোৰ ধর্ম্মভীৰু, অন্ধবিশ্বাসী আৰু এওঁলোকৰ নাঙঠ ফকিৰক সহজেই অনুসৰণ কৰাৰ অভ্যাস। আচার্য্য বিনোৱা ভাবেক মহাত্মাগান্ধীৰ নিচিনা একেধৰণৰ মানুহ যেন দেখি অনুসৰণ কৰি গৈ আছে। এইফালৰ দুখীয়া মানুহৰ অৱস্থা অতি শোচনীয়, ইত্যাদি কাৰণেই ইয়াত ভূদান যজ্ঞ সফল

হৈছে। উৰিষ্যাত গ্ৰামদানৰ গতি তীব্ৰ হৈছে, কাৰণ ইয়াৰ অধিকাংশ মানুহেই অশিক্ষিত, অনুন্নত, আদিবাসী। সেই কাৰণেই এইবাৰ বিনোৱাজীয়ে অভিযান আৰম্ভ কৰিলে দক্ষিণ ভাৰতত—ইয়াৰ মানুহৰ শিক্ষিতৰ হাৰ বেচি। প্ৰথমে অন্ধ্ৰ প্ৰদেশত কিছু বিৰোধ পোৱা গৈছিল। কিন্তু তিনিমাহৰ ভিতৰতেই ভূদান বাৰ্ত্তাই মানুহক এনেকৈ অনুপ্ৰাণিত কৰিলে যে বিভিন্ন পৰ্য্যায়ৰ পুৰুষ মহিলাৰ উপৰিও স্কুলীয়া সৰু সৰু লৰায়ো পদযাত্ৰা কৰি ভূদান বাৰ্ত্তা প্ৰচাৰ কৰিবলৈ ধৰিলে। অতি সোনকালেই হাজাৰ হাজাৰ একৰ মাটি আৰু ৭৫ ( পয়সত্তৰ ) খন গাৱঁত গ্ৰামদান হোৱাৰ উপৰিও অসংখ্য কৰ্ম্মী আগবাঢ়ি আহিল। বিনোৱাজীৰ নিজৰ জন্মক্ষেত্ৰ মহাৰাষ্ট্ৰই বিপুল সম্বৰ্দ্ধনা জনালে আৰু অলপ দিনৰ ভিতৰতেই ২১০ ( দুশ দহ ) খন গাৱঁত গ্ৰামদান হৈ গ'ল। তামিল-নাদত নিৰক্ষৰতা বৰ কম আৰু এই অঞ্চলৰ কৃষক সকল বেচ প্ৰগতিশীল—ইয়াত জমিদাৰ, খেতিয়ক সকলোৱেই বিনোৱাজীক আদৰণী জনালে। সকলো পক্ষৰ মানুহ আহি গ্ৰামসঙ্কল্প গ্ৰহণ কৰিলে।

ইতিমধ্যে মধ্য প্ৰদেশৰ ভূদান কৰ্ম্মী সকলে ১৯৫৪-৫৫ চনত "সামূহিক" পদযাত্ৰাৰে ভূদানৰ বাণী প্ৰচাৰ কৰাৰ পৰীক্ষা চলাই যথেষ্ট সফলতা লাভ কৰে। ১৯৫৫ চনৰ পৰাই এই সামূহিক পদযাত্ৰাৰ পদ্ধতি আন ৰাজ্যবোৰতো প্ৰচলন কৰা হল আৰু দোপত দোপে ভূদান ক্ৰান্তিয়ে

কৃতকাৰ্য্যতা লাভ কৰিব পাৰিলে। ভূদানৰ বাণী গোটেই ভাৰততেই বিয়পি পৰিল। ভূদান-যজ্ঞ আন্দোলনৰ চূড়ান্ত পৰ্য্যায় হল বিনোৱাজীৰ কেৰেলা ৰাজ্যত প্ৰবেশ—বহুতেই সন্দিহান হৈ আছিল, এই কমিউনিষ্ট ৰাজ্যখনে ভূদানক কি চকুৰে চায়। ইমানদিনে বিহাৰ, অন্ধ্ৰ আদি ঠাইত স্থানীয় কমিউনিষ্ট কৰ্ম্মীয়ে ভূদান পদযাত্ৰাত যোগদান কৰি সাময়িক ভাবে ইয়াত সহায় কৰিছিল যদিও কংগ্ৰেছী, প্ৰজাসমাজ-বাদীলোক সকলৰ দৰে কোনো নেতাই প্ৰত্যক্ষভাবে ইয়াত সক্ৰিয় সহযোগ কৰা নাছিল। কিন্তু ১৯৫৭ চনৰ ১৮ এপ্ৰিলৰ দিনা বিনোৱাজীয়ে কেৰেলা ৰাজ্যত প্ৰবেশ কৰাৰ লগে লগে বিশ্বৰ ৰাজনৈতিক আকাশত নতুন পোহৰৰ আভাস দেখা গ'ল—এই ৰাজ্যৰ মুখ্য মন্ত্ৰী, বিশিষ্ট কমিউনিষ্ট নেতা শ্ৰীনাম্বুদিৰিপদে অহিংসা আন্দোলনৰ এই প্ৰণেতা জনক অভিনন্দন জনাই আগবঢ়াই আনিলে নিজৰ ৰাজ্যলৈ। ইমানদিনে বেলেগে বেলেগে থকা গান্ধীবাদ আৰু সাম্যবাদ একেলগ হব ভূদানযজ্ঞ আন্দোলনৰ যোগেদিয়েই। ভূদানৰ ইতিহাসত সোণালী অধ্যায়ৰ পাতনি আৰম্ভ হল কেৰেলাৰ ভূমিত। সকলোবোৰ ৰাজনৈতিক দলৰ প্ৰশিক্ষণ কেন্দ্ৰ এই কেৰেলা ৰাজ্য। দক্ষিণ ভাৰতৰ বিখ্যাত ধৰ্ম্মসংস্কাৰক শঙ্কৰা-চাৰ্য্যৰ জন্মস্থান কেৰেলা ৰাজ্যৰ কালাড়িত ১৯৫৭ চনৰ ৮, ৯, আৰু ১০ মে'ত অনুষ্ঠিত হোৱা নৱম সৰ্ব্বোদয় সম্মিলনখনে ৰাষ্ট্ৰৰ নবনিৰ্ম্মাণত নতুন পোহৰ দেখুৱালে—পূজ্য বিনোৱাজীৰ

আহ্বানক্রমে কংগ্রেছ, প্রজাসমাজবাদী আৰু সাম্যবাদী নেতাসকলে একেলগ হৈ ৰাষ্ট্ৰীয় সঙ্কল্প গ্ৰহণ কৰিলে যে, গ্ৰামদান আন্দোলনেৰে ৰাষ্ট্ৰৰ ভূমি সমস্যা সমাধান কৰি গ্রামনির্ম্মাণ কৰি সৰ্ব্বোদয় সমাজ ৰচনা কৰিব লাগিব। ১০ মে'ৰ মুকলি অধিবেশনত কেৰেলা ৰাজ্যৰ আইন মন্ত্রী শ্রীকৃষ্ণস্বামী আয়াৰে ভূদান যজ্ঞ আন্দোলনক সমর্থন কৰি ঘোষণা কৰিলে যে, মানুহৰ অন্তৰ পৰিবৰ্ত্তন কৰিব নোৱাৰিলে কেৱল আইনৰ দ্বাৰায় ভূমি সমস্যাৰ সমাধান হব নোৱাৰে। কেৰেলা ৰাজ্যৰ আকাশে-বতাহে ভূদানৰ বাণী প্রতিধ্বনিত হৈ উঠিল। বিনোৱাজী ইয়াত থকা কালতেই ৩১০ খন (তিনিশ দহ) গাৱঁত গ্ৰামদান হৈ গ'ল। গ্রামনির্ম্মানৰ জৰিয়তে গ্রামস্বৰাজ্য স্থাপন আৰু ইয়াৰ ৰক্ষনাবেক্ষণৰ কাৰণে বিনোৱাজীয়ে "শান্তিসেনা"ৰ পৰিকল্পনা এই কেৰেলা-ৰাজ্যত পদযাত্ৰা কৰাৰ কালতেই আগবঢ়ায়; আৰু এই ৰাজ্যতেই শান্তি-সেনা গঠনৰ আৰম্ভণি হয়।

কন্যাকুমাৰীত দক্ষিণ ভাৰতৰ পদযাত্ৰা শেষ কৰি বিনোৱা-জীয়ে চেপ্তেম্বৰ মাহত মহীশুৰ ৰাজ্য পালেহি। মহীশূৰৰ য়েলৱালত এই চেপ্তেম্বৰ মাহৰেই ২১, ২২ তাৰিখে অখিল-ভাৰত সৰ্ব্বসেৱাসঙ্ঘৰ আহ্বানক্রমে সৰ্ব্বদলীয় গ্ৰামদান পৰিষদ বহে। এই পৰিষদত ৰাজ্য আৰু কেন্দ্ৰীয় চৰকাৰৰ মুখ্য মুখ্য সদস্যসকলৰ উপৰিও বিভিন্ন শীৰ্ষস্থানীয় ৰাজনৈতিক নেতাসকলে একেলগে বিনোৱাজীৰ গ্ৰামদান আন্দোলনক

সমৰ্থন কৰি ইয়াক ৰাষ্ট্ৰীয় আন্দোলন কৰি লয়। এই গ্ৰামদান পৰিষদৰ পৰা প্ৰকাশ কৰা বিবৃতিটোত কোৱা হয় যে কেন্দ্ৰীয় আৰু ৰাজ্যচৰকাৰ সমূহৰ প্ৰতিনিধিসকলে গ্ৰামদান আন্দোলনত পূৰ্ণ সমৰ্থন জ্ঞাপন কৰাৰ উপৰিও তেওঁলোকে ভূমিসংস্কাৰৰ নিজা আঁচনিৰ দ্বাৰাও ইয়াক সহায় কৰিবলৈ ইচ্ছা প্ৰকাশ কৰিছে। তেওঁলোকৰ এই আঁচনি হৈছে ভূমিৰ সকলো মধ্যকালীন স্বত্ব বিলোপ, মানুহৰ মাটিৰ পৰিমানৰ সীমাৱদ্ধতা নিৰূপণ আৰু জনসাধাৰণৰ সহযোগত সকলো পৰ্য্যায়তে সমবায় আন্দোলনৰ উন্নয়নৰ দ্বাৰায় নিৰ্ম্মাণকাৰ্য্যক সহজ কৰা, ইত্যাদি।

সমাজৰ আমূল পৰিবৰ্ত্তন সাধন কৰি প্ৰকৃত স্থায়ী ভেটিত শান্তি প্ৰতিষ্ঠা কৰিব পাৰিলেই গ্ৰামনিৰ্ম্মাণ কাৰ্য্য স্থায়ী হব তথা গ্ৰামস্বৰাজ সুৰক্ষিত আৰু স্বৰক্ষিত হব পাৰিব। এই উদ্দেশ্যেই সদায় সকলো সময়তেই শান্তি সৈনিক সকলে জনতাৰ মাজত গঠনমূলক কাম কৰি থাকিব লাগিব। এই-দৰে সকলো সময়তে সমাজসেৱাৰ কাম কৰি থকা সেৱকসকলৰ ভৰণপোষণৰ বিষয়ে চিন্তা কৰি পূজ্য বিনোৱাজীয়ে কৰ্ণাটক পদযাত্ৰাত "সৰ্ব্বোদয় পাত্ৰ"ৰ পৰিকল্পনা আগবঢ়ায়। ১৯৫৮ চনৰ ৩০, ৩১ মে' আৰু ১ জুনত মহাৰাষ্ট্ৰৰ পন্ধৰপুৰত বহা সৰ্ব্বোদয় সম্মিলনত "শান্তিসেনা" আৰু "সৰ্ব্বোদয় পাত্ৰ"ৰ আচনি তৈয়াৰ কৰি ঘোষণা কৰা হয়।

ভূদানবাৰ্ত্তা সদৌভাৰতভে বিয়পি পৰাৰ লগে লগে প্ৰাচ্য

আৰু পাশ্চাত্যৰ দেশ সমূহতো ইয়াৰ হেন্দোলনি লাগিল। চীন, জাপান, ইউৰোপ আৰু আমেৰিকাৰ পৰা শান্তি-কামী বিভিন্ন কৰ্ম্মীয়ে আহি বিনোৱাজীৰ লগত পদযাত্ৰা কৰি এই অহিংসক ক্ৰান্তি অধ্যয়ন কৰিব ধৰিলে। উৰিষ্যাৰ কোৰাপুট, বিহাৰৰ গয়া, উত্তৰ প্ৰদেশৰ নাইনিতাল, তামিলনাদ, গুজৰাট আদি ঠাইৰ গ্ৰামদানী গাঁৱত "আন্তঃৰাষ্ট্ৰীয় সমাজ সেৱা বিভাগৰ ( S. C. I. ) বিভিন্ন ৰাষ্ট্ৰৰ সমাজ সেৱকে শ্ৰমদান কৰি গ্ৰামনিৰ্ম্মাণত সহায় কৰিছেহি। বিখ্যাত দাৰ্শনিক ব্ৰাট্ৰাণ্ডৰাচেল, হেলেম টেনিচন, লেডিক্ৰিপস্ ডোনাল্ডগ্ৰুম, প্ৰমূখ্যে পাশ্চাত্যৰ শান্তিকামী মনীষিসকলে সৰ্ব্বোদয় তথা ভূদান দৰ্শণৰ জৰিয়তে নিজৰ নিজৰ দেশৰ সমস্যাৱলী সমাধান কৰাৰ প্ৰচেষ্টা আৰম্ভ কৰিছে। ভূদানৰ অন্যতম নেতা শ্ৰীজয়প্ৰকাশ নাৰায়নক ইউৰোপৰ বিভিন্ন দেশত সৰ্ব্বোদয় বাণী প্ৰচাৰ কৰিবলৈ আমন্ত্ৰণ কৰি লৈ গৈছে। এইবাৰ ১৯৫৯ চনৰ ২৭, ২৮ ফেব্ৰুৱাৰী আৰু ১ মাৰ্চ্চত আজমীৰত বহা একাদশ সৰ্ব্বোদয় সন্মিলনত ৰাষ্ট্ৰৰ বিভিন্ন পৰ্য্যায়ৰ ৭০০০ হাজাৰ প্ৰতিনিধিৰ উপৰিও দেশী-বিদেশী অলেখ দৰ্শকে যোগদান কৰে। এইবাৰ বিনোৱাজীয়ে দেশবাসীৰ আগত ত্ৰিবিধ কাৰ্য্যক্ৰমৰ ওপৰত বিশেষ গুৰুত্ব আৰোপ কৰি ভাষণ দিয়ে—এই তিনিবিধ কাৰ্য্যক্ৰম হৈছে সৰ্ব্বোদয় পাত্ৰ, শান্তি সেনা আৰু গ্ৰাম স্বৰাজ্য।

এইদৰেই ভূদান ক্রান্তি ক্রমে বিকশিত হৈ আজি বিশ্বৰঙ্গ-মঞ্চত নতুন. আলোড়নৰ সৃষ্টি কৰিছে। ভাৰতৰ বাহিৰেও বিশ্বৰ প্রায় সকলো অহিংসক পন্থী মনীষিয়েই ভাৰতৰ এই অহিংসক ক্রান্তিৰ কাৰ্য্যকাৰিতালৈ আগ্ৰহেৰে বাট চাই আছে। দূৰদৰ্শী কবিয়ে ৰচনা কৰি থৈ যোৱা কথা ফাঁকি ঃ--

"ভারত আবার জগত সভায়
শ্রেষ্ঠ আসন পাবে।"

নিশ্চয় ফলিয়াব।

# অসমত ভূদান যজ্ঞ আন্দোলনৰ চমু আভাস

বাপুজীৰ আধৰুৱা কাম পূৰা কৰি সৰ্ব্বোদয় সমাজ স্থাপন কৰিবৰ অৰ্থে ১৯৪৯ চনত ইন্দোৰৰ ৰাওত বহা প্ৰথম সৰ্ব্বোদয় সন্মিলনত "অখিল ভাৰত সৰ্ব্ব-সেৱা সঙ্ঘ" স্থাপিত হয়। এই অখিল ভাৰত সৰ্ব্ব সেৱা সঙ্ঘৰ কৰ্ম্মী সকলে কোনো ৰাজনৈতিক বা সাম্প্ৰদায়িক অনুষ্ঠানৰ লগত জড়িত নাথাকি একেবাৰে স্বতন্ত্ৰ ভাবে সত্য, প্ৰেম আৰু অহিংসাৰ জৰিয়তে গোটেই ৰাষ্ট্ৰত গঠন মূলক কাম চলাই থকাৰ আচনি লয়। সেই অনুসৰি আমাৰ অসমতো ১৯৪৯ চনতে

গান্ধী-পন্থী সকলে "অসম সৰ্ব্বসেৱা সঙ্ঘ" গঠন কৰি ৰাজ্যত গঠন মূলক কাম কৰাৰ দায়িত্ব লয়। অখিল ভাৰত সৰ্ব্বসেৱা সঙ্ঘৰ নিৰ্দ্দেশ অনুসৰি "অসম সৰ্ব্বসেৱা সঙ্ঘৰ" নাম পিছত "অসম সমগ্ৰ সেৱা-সঙ্ঘ" হয়।

সৰ্ব্বোদয় সমাজ ৰচনাৰ অৰ্থে পূজ্য বিনোৱাজীয়ে অৱতাৰণা কৰা ভূদান যজ্ঞ আন্দোলন উত্তৰ প্ৰদেশৰ সেৱা-পুৰীত বহা চতুৰ্থ সৰ্ব্বোদয় সন্মিলনে অনুমোদন কৰে, আৰু তেতিয়াৰে পৰা এই আন্দোলনে অখিল ভাৰতীয় ৰূপ লয়। সৰ্ব্বসেৱা সঙ্ঘৰ পৰিচালনাত ই গোটেই ভাৰততে বিয়পি পৰে। এই সেৱাপুৰী সন্মিলনৰ ঠিক পিচতেই অখিল ভাৰত সৰ্ব্বসেৱা সঙ্ঘৰ সদস্য শ্ৰীআৰ, এছ, ধোত্ৰেজী ভূদানৱাৰ্ত্তা প্ৰচাৰৰ অৰ্থে অসমলৈ আহে। তেখেতৰ উপস্থিতিতেই ১৯৫২ চনৰ মে' মাহত গুৱাহাটীত এখন কৰ্ম্মী সভা বহে। এই সভাতেই তেখেতৰ দিহা পৰামৰ্শ মতেই "অসম ভূদান সমিতি" নামে এখনি সমিতি গঠন কৰি অসমত ভূদানৰ কাম আৰম্ভ কৰাৰ দায়িত্ব দিয়া হয়।

এই বছৰৰেই চেপ্তেম্বৰ মাহত অখিল ভাৰত সৰ্ব্ব সেৱা সঙ্ঘৰ যুটীয়া সম্পাদক শ্ৰীবল্লভ স্বামীয়ে গুৱাহাটীত এখন গঠন মূলক কৰ্ম্মী সন্মিলনত যোগদান কৰিবলৈ আহে। এই সন্মিলনতে তেখেতে ভূদান যজ্ঞ আন্দোলনৰ তাৎপৰ্য্য বিশদভাৱে বুজাই দিয়ে। "অসম সমগ্ৰ সেৱা সঙ্ঘ"ই অসমত ২৫০০ (পঁচিশ শ) একৰ মাটি সংগ্ৰহ কৰাৰ সঙ্কল্প

এই সম্মিলনতেই লয়। শ্ৰীবল্লভ স্বামীয়ে অসমৰ বিভিন্ন জিলা সমূহত ভ্ৰমণ কৰি জিলা সমিতি সমূহ গঠন কৰি দিয়ে।

ইতিমধ্যে প্ৰাদেশিক ভূদান সমিতিয়ে ১৯৫২ চনৰ জুলাই মাহৰে পৰাই ভূদান-ৱাৰ্ত্তা প্ৰচাৰৰ কাম আৰম্ভ কৰে। তেওঁলোকে প্ৰাদেশিক অভিযান চলাবৰ অৰ্থে কেইবাগৰাকীও পুৰুষ আৰু মহিলা কৰ্ম্মীৰে এটি প্ৰাদেশিক পদযাত্ৰী দল গঠন কৰে। এই পদযাত্ৰী দলে মঙ্গলদৈত প্ৰথম পদযাত্ৰা আৰম্ভ কৰি তেজপুৰ হৈ নগাঁৱলৈকে যায়। মঙ্গলদৈ ৰাইজে ২৩১ ( দুশ একত্ৰিশ ) বিঘা মাটি আৰু এহাল বলদ গৰু দান কৰি এই দলটোক আদৰণি জনায়। ১৯৫৩ চনৰ ১১ জানুৱাৰীৰ পৰা দ্বিতীয় প্ৰাদেশিক পদযাত্ৰা আৰম্ভ হয় ডিব্ৰুগড়ৰ পৰা। এওঁলোকে ক্ৰমে চিচি, ধেমাজী, ঢকুৱাখানা উত্তৰলক্ষীমপুৰ, বিহপুৰীয়া, হাৱাজান, জামুগুৰি, শিলঘাট, কলিয়াবৰ, আৰু লংকা হৈ হোজাই পৰ্য্যন্ত যায়। ইয়াৰ পিচত তৃতীয় অভিযান আৰম্ভ হয় সৰ্ব্বভাৰতীয় সৰ্ব্বোদয় কৰ্ম্মী শ্ৰীশঙ্কৰ ৰাও দেওৰ নেতৃত্বত। তেখেত ১৯৫৩ চনৰ ১৫ মাৰ্চ্চত তিনচুকীয়াত উপস্থিত হয় আৰু ডিব্ৰুগড়ৰ পৰা দক্ষিণ ট্ৰাঙ্ক ৰোডেদি ক্ৰমে শিৱসাগৰ, যোৰহাট, গোলাঘাট, নগাওঁ, গুৱাহাটী হৈ আহি ১৭ এপ্ৰিলত কামৰূপৰ বকোত পদযাত্ৰাৰ সামৰণি কৰে। এই তৃতীয় পদযাত্ৰা-টোৱেই অসমত দীঘল পদযাত্ৰা আৰু ইয়েই অসমত ভূদানৰ কাম বহু পৰিমাণে আগবঢ়ায় নিয়ে। বিভিন্ন

ৰাজনৈতিক দল আৰু গঠনমূলক অনুষ্ঠানৰ পুৰুষ আৰু মহিলা কৰ্ম্মীয়ে এই পদযাত্ৰাত যোগদান কৰে। বিভিন্ন শিক্ষিত লোকেও ভূদান আদৰ্শৰ প্ৰতি আকৃষ্ট হয়। স্থানীয় ভূদান কৰ্ম্মীসকলে যথেষ্ট অভিজ্ঞতা লাভ কৰিব পাৰিলে আৰু তেতিয়াৰ পৰা ভূদানযজ্ঞ আন্দোলনৰ কাম কৰা সহজ হৈ আহিল।

১৯৫৪ চনত "অসম সমগ্ৰ সেৱা সঙ্ঘ"ৰ তৰফৰ পৰা এটি পদযাত্ৰাৰে অভিযান চলোৱা হয়। এওঁলোকে নগাঁৱৰ ধৰমতুলৰ পৰা আৰম্ভ কৰি গুৱাহাটীলৈকে আহে। এই অভিযানতেই কামৰূপৰ মালয়বাৰী আৰু আমছিং নামৰ দুখন গাঁৱত প্ৰথম গ্ৰাম দান হয়। ইয়াৰ পিচতেই ১৯৫৫ চনৰ জুলাই মাহৰ পৰা শ্ৰীসোমেশ্বৰ বাৰুৱতীয়ে দুবছৰৰ বাবে অখণ্ড পদযাত্ৰাৰ ব্ৰত লৈ শিৱসাগৰৰ গড়গাঁৱৰ পৰা পদযাত্ৰা আৰম্ভ কৰি বকতাত দুমাহ থাকে। এই সময়তেই বকতাত গ্ৰামদান আৰম্ভ হয়। ইতিমধ্যে শ্ৰীমতী আশাদেবী আৰ্য্য-নায়কম অসমলৈ আহে। তেখেতক প্ৰথমে কামৰূপৰ গ্ৰামদানী গাঁৱত সম্বৰ্দ্ধনা জনোৱাৰ পিছত বকতালৈ লৈ যোৱা হয়। বকতাত তেখেতে ভূদানবাৰ্ত্তা প্ৰচাৰ কৰা কাৰ্য্য চলাই থকা কালতেই ১১ (এঘাৰ) খন গাঁৱত গ্ৰামদান হয়। তাৰ পিছত তেখেতে শিৱসাগৰ আৰু যোৰহাটৰ বিভিন্ন ঠাইত পদযাত্ৰা চলায়। এখেতৰ লগত বিভিন্ন গঠনমূলক কৰ্ম্মী আৰু ৰাজনৈতিক কৰ্ম্মীয়েও পদযাত্ৰা কৰে। শ্ৰীমতী

আৰ্য্যনায়কমে ব্যৱসায়ীসকলক লগ ধৰি সম্পত্তি দান যজ্ঞৰ বাৰ্ত্তা প্ৰচাৰ কৰে আৰু এই সময়ৰ পৰাই অসমত সম্পত্তিদান যজ্ঞৰ আৰম্ভণি হয়।

১৯৫৬ চনত বিখ্যাত গায়ক শ্ৰীদুখীয়ালজী অসমলৈ আহে। তেওঁৰ উপস্থিতিতেই গুৱাহাটীত এখন ভূদান কৰ্ম্মী সন্মিলন পতা হয়। শ্ৰীদুখীয়ালজীৰ ভূদান সঙ্গীতে জনতাক বিশেষ ভাবে মুগ্ধ কৰে। তেওঁ অসমৰ বিভিন্ন ঠাই ভ্ৰমণ কৰি সুললিত সঙ্গীতৰে ভূদানৰ তাৎপৰ্য্য প্ৰচাৰ কৰে। এই বছৰতেই তেজপুৰৰ বিহালীত স্থানীয় ভূদান কৰ্ম্মীসকলে আন এটি পদযাত্ৰা চলায়।

১৯৫৬ চনত দৰংজিলাৰ জামুগুৰিত প্ৰথম সামূহিক পদ-যাত্ৰা শিবিৰ বহে। এই শিবিৰলৈ সৰ্ব্বভাৰতীয় ভূদান কৰ্ম্মী (সকল) শ্ৰীবৈদ্যনাথ চৌধাৰী, শ্ৰীসুৰেশ ৰামভাই আৰু শ্ৰীনাৰায়ণ কালে যোগদান কৰিবলৈ আহি কৰ্ম্মীসকলক বিশেষ উৎসাহ দিয়ে। এই শিবিৰতেই অখিল ভাৰত সৰ্ব্বসেৱা সঙ্ঘৰ নিৰ্দ্দেশ ক্ৰমে সামুহিক পদযাত্ৰাৰ জৰিয়তেই অসমত ব্যাপক প্ৰচাৰ চলোৱাৰ সিদ্ধান্ত কৰা হয় আৰু শিবিৰৰ পৰাই সামূহিক পদযাত্ৰা আৰম্ভ কৰা হয়। এনেধৰণৰ সামূহিক পদযাত্ৰা শিবিৰ ছয়টা পতা হয় আৰু এনে শিবিৰৰ যোগেদি অসমত ভূমিদান, সম্পত্তিদান আৰু বহুতো কৰ্ম্মী পোৱা হৈছিল।

ইতিমধ্যে ১৯৫৬ চনৰ শেষত বিনোৱাজীয়ে "নিধিমুক্তি"

আৰু 'তন্ত্ৰমুক্তি'ৰ বাণী দাঙি ধৰাত তেজপুৰৰ বেছেৰীয়াত বহা সামূহিক পদযাত্ৰা শিবিৰত ১৯৫৭ চনৰ ১ জানুৱাৰীৰ পৰা অন্ততঃ ছয়খন জিলাত সামূহিক পদযাত্ৰাৰ জৰিয়তে 'নিধিমুক্তি' আৰু 'তন্ত্ৰমুক্তি'ৰ আধাৰত ব্যাপক ভাৱে কাম চলোৱাৰ সিদ্ধান্ত লোৱা হয়। সেই অনুসৰিয়েই কৰ্ম্মীসকলে ভাগ ভাগ হৈ ছয়খন জিলাত কাম কৰিবলৈ লয়। জিলা কেইখন হৈছে—দৰং, কামৰূপ, নগাওঁ, গোৱালপাৰা, শিৱসাগৰ আৰু লক্ষীমপুৰ। "নিধিমুক্তি", "তন্ত্ৰমুক্তি"ৰ ঘোষণা অনুসৰি অখিল ভাৰত সৰ্ব্বসেৱা সঙ্ঘৰ ৰিশিষ্ট কৰ্ম্মী শ্ৰীৰাধাকৃষ্ণন বাজাজ আৰু শ্ৰীবল্লভ স্বামী অসমলৈ আহি ১৯৫৭ চনৰ ১ জানুৱাৰীৰ পৰা প্ৰাদেশিক আৰু জিলা ভূদান সমিতিসমূহৰ কাৰ্য্যকালৰ সামৰণি মাৰি দিয়ে।

অসমত ভূদানবাৰ্ত্তা প্ৰচাৰৰ অৰ্থে ১৯৫৩ চনৰ পৰা প্ৰাদেশিক ভূদান সমিতিয়ে "ভূদান যজ্ঞ পত্ৰিকা" নামে এখন আলোচনী প্ৰকাশ কৰে। প্ৰাদেশিক ভূদান সমিতিৰ কাৰ্য্যকাল শেষ হোৱাৰ লগে লগে সেই ১৯৫৭ চনৰ ১ জানুৱাৰীৰ দিনাই সৰ্ব্বভাৰতীয় কৰ্ম্মী দুজনাৰ উপস্থিতিতেই গুৱাহাটীত বহা এখন সাধাৰণ সভাত "সৰ্ব্বোদয় প্ৰকাশন সমিতি" নামে এখন সমিতি গঠন কৰা হয়। এইখন সৰ্ব্বোদয় প্ৰকাশন সমিতিয়ে "ভূদান যজ্ঞ পত্ৰিকা"খন প্ৰকাশ কৰাৰ উপৰিও এতিয়ালৈকে "গীতা-প্ৰবচন" সমন্বিতে প্ৰায় ৩০ খন অসমীয়া কিতাপ প্ৰকাশ কৰিছে। ইয়াৰ দ্বাৰায় ভূদান যজ্ঞ আন্দোলনৰ

**১৯৫৬ চনৰ ৩১ ডিচেম্বৰলৈকে সংগ্ৰহ কৰা হয়ঃ—**

| ভূমিদান | সম্পত্তিদান | গ্ৰামদান | |
|---|---|---|---|
| ১৫৫১ একৰ মাটি | ৩৫'৭৲ টকা | ১৪ খন গাওঁ | |

**১৯৫৭ চনৰ ১ জানুৱাৰীৰ পৰা ৩১ ডিচেম্বৰলৈকে সংগ্ৰহ কৰা হয়ঃ**

| ভূমিদান | সম্পত্তিদান | গ্ৰামদান | সাহিত্য বিক্ৰী | |
|---|---|---|---|---|
| ৭৪৯৬ একৰ মাটি | ৬,৬০৭৲ টকা | ৩৩ খন গাওঁ | ৭৫০৲ টকা | |

( ১ একৰ = ৩ বিঘা প্ৰায় )

প্ৰগতি, কাৰ্য্যপদ্ধতি আৰু বিভিন্ন পৰ্য্যায়ৰ অধ্যয়ণত বিশেষ সহায় পোৱা গৈছে !

উল্লেখযোগ্য কথা এয়ে যে তন্ত্ৰমুক্তি, নিধিমুক্তিৰ ঘোষণাৰ লগে লগে ভূদান সমিতিসমূহ ভাঙি দিয়াৰ পিছত অসমত ভূদানৰ কাম বহু পৰিমাণে আগবাঢ়ে। তলত দিয়া বিৱৰণৰ পৰাই ইয়াৰ হিচাব পোৱা যায়।

ছাত্ৰ আৰু শিক্ষিত সমাজৰ মাজত ভূদানবাৰ্ত্তা প্ৰচাৰৰ অৰ্থে ১৯৫৭ চনৰ আগষ্ট মাহত মহাৰাষ্ট্ৰৰ বিশিষ্টা ভূদান কৰ্ম্মী শ্ৰীমতী বিমলা ঠকাৰ অসমলৈ আহে। তেওঁ ধুবুৰীৰ পৰা উত্তৰ লক্ষীমপুৰলৈকে অসমৰ প্ৰায় সকলো চহৰৰেই স্কুল কলেজ আৰু বিভিন্ন অনুষ্ঠানলৈ গৈ সৰ্ব্বোদয় আৰু ভূদানৰ বিভিন্ন দৰ্শন আৰু কাৰ্য্যকাৰিতাসমূহ বিশদভাবে বুজাই দিয়ে। এই বছৰতেই শ্ৰীমতী বিমলা ঠকাৰৰ পৰিচালনাত ছয়গাওঁ আৰু গুৱাহাটীত দুটা ছাত্ৰ শিবিৰ পাতি ছাত্ৰসকলক ভূদান প্ৰশিক্ষণ দিয়া হয়।

বৰ্ত্তমানে এই আন্দোলনৰ কাম অখিল ভাৰত সৰ্ব্বসেৱা সঙ্ঘৰ সদস্যসকলৰ পৰিচালনাত চলোৱা হৈছে। "অসম সমগ্ৰ সেৱা সঙ্ঘ" আৰু "সৰ্ব্বোদয় প্ৰকাশন সমিতি"য়েও সহায় কৰি আছে। এতিয়ালৈকে অসমৰ গোৱালপাৰা, কামৰূপ, দৰং, শিৱসাগৰ আৰু লক্ষীমপুৰ জিলাত মুঠতে ১৫০ (এশ পঞ্চাশ) খন গাৱঁত গ্ৰামদান হৈছে। ইয়াৰ ভিতৰত উত্তৰ লক্ষীমপুৰ মহকুমাতেই গ্ৰামদানী গাৱঁৰ সংখ্যা

আটাইতকৈ বেছি! সেই কাৰণেই উত্তৰ লক্ষীমপুৰতেই গ্ৰাম নিৰ্ম্মাণৰ কামৰ আৰম্ভণি হৈছে। গ্ৰামদানী গাৱঁৰ মানুহে ব্যৱস্থিতৰূপে গ্ৰাম নিৰ্ম্মাণৰ কাম চলাবলৈ শিকিবৰ কাৰণে ১৯৫৮ চনৰ মাৰ্চ্চ মাহত উত্তৰ লক্ষীমপুৰৰ ধলপুৰ মৌজাৰ দকুৱা গ্ৰামদানী গাৱত, শ্ৰীমতী অমলপ্ৰভা দাসৰ পৰিচালনাত এটি তিনিমহীয়া "গ্ৰামস্বৰাজ্য প্ৰশিক্ষণ শিবিৰ" পতা হয়। উক্ত শিবিৰত সৰ্ব্বভাৰতীয় ভূদানকৰ্ম্মী শ্ৰীমতী বিমলা ঠকাৰে শিবিৰাৰ্থীসকলক সৰ্ব্বোদয় আদৰ্শ, গ্ৰামস্বৰাজ্য গ্ৰামনিৰ্ম্মাণ পদ্ধতি আদিৰ বিষয়ে শিক্ষা দিয়ে। অখিল ভাৰতীয় সৰ্ব্বোদয় কৰ্ম্মী শ্ৰীদাদা ধৰ্ম্মাধিকাৰীয়ে এই শিবিৰত যোগদান কৰি সৰ্ব্বোদয়-দৰ্শন, ৰাজনীতি, লোকনীতি ইত্যাদি বিষয়ত ভাষণ দিয়ে। এই দুয়োজনা সৰ্ব্বভাৰতীয় কৰ্ম্মীয়ে উত্তৰ লক্ষীমপুৰৰ বিভিন্ন গ্ৰামদানী গাৱঁত ভ্ৰমণ কৰি স্থানীয় ৰাইজক গ্ৰাম নিৰ্ম্মাণৰ বিষয়ে বুজাই দিয়ে। "অসম সমগ্ৰ সেৱা সঙ্ঘ"ই অসমৰ গ্ৰামনিৰ্ম্মাণ কাৰ্য্যৰ দায়িত্ব লয় আৰু অসম চৰকাৰে মুঠ এক লাখ টকাৰ ঋণ দি এই নিৰ্ম্মাণ কাৰ্য্যত সহায় কৰাৰ প্ৰতিশ্ৰুতি দিয়ে। ইতিমধ্যে এই ঋণৰ ৫০,০০০৲ (পঞ্চাশ হাজাৰ) টকা পোৱা হৈছে! উত্তৰ লক্ষীমপুৰৰ বৰদলনী আৰু শিৱসাগৰৰ বকতা অঞ্চলত নিৰ্ম্মাণ কাৰ্য্য আৰম্ভ কৰা হৈছে। গুজৰাটৰ উচ্চ শিক্ষিত যুবক কৰ্ম্মী শ্ৰীনগেন পাৰিখে গ্ৰামদানী গাওঁসমূহ ১৯৫৮ চনৰ

জুলাই মাহত পৰিদৰ্শন কৰি নিৰ্ম্মাণৰ আচনি তৈয়াৰ কৰাত সহায় কৰি দিছে।

১৯৫৯ চনৰ ফেব্ৰুৱাৰী মাহত উত্তৰ লক্ষীমপুৰৰ বৰবাম ডিহিঙিয়া গাৱঁত দ্বীতিয় "গ্ৰামস্বৰাজ্য প্ৰশিক্ষণ" শিবিৰ পতা হয়। এই অঞ্চলত সঘনে নৈসৰ্গিক বিপৰ্য্যয় ঘটাই থকা জীয়াঢল নৈৰ গতিনিয়ন্ত্ৰণ কৰিবৰ অৰ্থে উপায় উদ্ভাৱনা কৰিবলৈ শিবিৰ পৰিচালিকা শ্ৰীঅমল প্ৰভা দাসে নিজে জীয়াঢলৰ উৎপত্তি অঞ্চল পৰিদৰ্শন কৰে আৰু স্থানীয় ৰাইজৰ সহযোগত নদীনিয়ন্ত্ৰণ আচনি তৈয়াৰ কৰা হয়। শিবিৰাৰ্থীসকলে স্থানীয় ৰাইজৰে সৈতে আত্মনিৰ্ভৰশীলতাৰ প্ৰচেষ্টাৰে এই জীয়াঢল নৈৰ পাৰত শ্ৰীমতীবিমলা ঠকাৰৰ নেতৃত্বত "বিমলাবান্ধ" মথাউৰি বন্ধা কাম আৰম্ভ কৰে।

এই বছৰেই মাৰ্চ্চ মাহত ভাৰতৰ অন্যতম সৰ্ব্বোদয় নেতা আৰু গ্ৰামনিৰ্ম্মাণ বিশেষজ্ঞ শ্ৰীআন্নাচাহেব সহস্ৰ বুদ্ধে অসমলৈ আহি গ্ৰামদানী গাওঁসমূহ পৰিদৰ্শণ কৰে। তেখেতে ৰাইজ আৰু চৰকাৰৰ লগত আলোচনা কৰি দিহা পৰামৰ্শৰে সহায় কৰে। বৰ্ত্তমানে উত্তৰ লক্ষীমপুৰ আৰু শিৱসাগৰত গ্ৰামদানী গাৱঁত খাদ্যস্বাৱলম্বণ, বস্ত্ৰস্বাৱলম্বণ, কুটীৰ শিল্প উন্নয়ন আদিৰ কাম হাতত লোৱা হৈছে।

# ভূদান আৰু গ্ৰামোন্নয়ন

ৰাষ্ট্ৰগঠনত ভূ-দান যজ্ঞ আন্দোলনে এক বিশেষ অংশ গ্ৰহণ কৰিছে। এই আন্দোলন হৈছে আমাৰ অভাৱ, অশান্তি, অন্যায়, উৎপীড়ণৰে পৰিপূৰ্ণ ৰাষ্ট্ৰখনৰ আৰ্থিক, সামাজিক, নৈতিক, সকলো কেৰোন আঁতৰাই, সমাজৰ আমূল পৰিবৰ্ত্তণ কৰি নতুন কৈ গঠন কৰাৰ আন্দোলন। ইয়াকে কৰিবলৈ হলে একেবাৰে গুৰিৰে পৰাই পুনৰ গঠন কৰি আনিব লাগিব সম্পূৰ্ণ অহিংসক ভাবে। আমাৰ কৃষি প্ৰধান দেশ ভাৰতৰ মূল আধাৰ হৈছে কৃষি আৰু কৃষক। গতিকে কৃষকৰ আবাসস্থল গাওঁসমূহেই হৈছে দেশৰ মূলভেটি। এতেকে গাৱঁৰ সমস্যাৱলী সমাধান কৰিব পাৰিলেহে ৰাষ্ট্ৰৰ নবনিৰ্ম্মানত সম্পুৰ্ণ কৃতকাৰ্য্যতা লাভ কৰিব পৰা যাব আৰু তেতিয়াহে সকলো অশান্তি আঁতৰি গৈ শান্তি প্ৰতিষ্ঠিত হব। আচাৰ্য্য বিনোৱাজীৰ কথাৰে কবলৈ হলে বেমাৰৰ চিকিৎসা কৰাৰ লগে লগে বেমাৰটোৰ মূল কাৰণতো বিচাৰি উলিয়াই তাক একেবাৰে নিৰ্ম্মুল কৰিব পৰিলেহে সম্পূৰ্ণ নিৰোগী হব পৰা যাব। সেইকাৰণেই শাসন আৰু শোষণৰ তাড়নাত জৰ্জ্জৰিত হোৱা দেশৰ ৰাজহাড় ৫½ লাখ গাৱঁৰ সমস্যাৱলী সমাধান কৰি গাৱলীয়া ৰাইজৰ সৰ্ব্বাঙ্গীন উন্নতি সাধন কৰি স্বাৱলম্বী গাওঁ তৈয়াৰী কৰিবৰ কাৰণে এই ভূ-দান যজ্ঞ আন্দোলন প্ৰথমে গাৱঁতেই আৰম্ভ কৰা হল। আইনৰ

দ্বাৰায় বা ক্ষমতা প্ৰয়োগ কৰি সমস্যা সমাধান কৰিব নোৱাৰি। মানুহে নিজে উপলব্ধি কৰিব পাৰিলেহে বুদ্ধি আৰু জ্ঞানেৰে সমস্যা সমাধান কৰি লব পাৰিব। একেবাৰে শান্তিপূৰ্ণভাবে অহিংস উপায়েৰে ইয়াক কাৰ্য্যত পৰিণত কৰিবলৈ হলে প্ৰথমেই মানুহৰ অন্তৰ পৰিবৰ্ত্তন কৰিব লাগিব সত্য আৰু প্ৰেমৰ জৰিয়তে। সেয়েহে বিনোৱাজীয়ে নিজে গাৱেঁ গাৱেঁ গৈ গাওঁবাসীৰ আচল অভাব, অভিযোগবোৰৰ প্ৰকৃত বুজলৈ তেওঁলোকৰ সহযোগিতাৰেই ইয়াক সমাধান কৰাৰ উপায় উদ্ভাৱনা কৰিবলৈকে ভূদানৰ পদযাত্ৰা আৰম্ভ কৰিছিল। মানুহৰ সকলো অশান্তিৰ মূলতে হৈছে মানুহৰ অভাৱ, অনাটন। আৰ্থিক অনাটনক কেন্দ্ৰ কৰিয়েই আনুসঙ্গিক সকলো অশান্তিৰ উৎপত্তি হয়। এতেকে এই অৰ্থনৈতিক সমস্যা সমাধান কৰি লব পাৰিলেই আন সকলো সমস্যাৰ সমাধানৰ পথ উজু হৈ পৰিব।

আমাৰ এই কৃষি প্ৰধান দেশখনৰ মাটিয়েই হৈছে মূল উৎপাদিকা শক্তি। এই মাটি কোনেও লগত লৈ অহা নাই আৰু কোনেও ইচ্ছা কৰি এই মাটিক বহলাব বা সঙ্কুচিত কৰিব নোৱাৰে। গতিকে আমাৰ হাতত যিখিনি মাটি আছে তাকেই সৰ্ব্বতোভাবে সদ্ব্যৱহাৰ কৰি ইয়াৰ ন্যায়োচিত উৎপাদনেৰেই আৰ্থিক সমস্যা সমাধানৰ পথ উলিয়াব লাগিব। প্ৰকৃতিৰ বুকুত বায়ু, পানী আৰু পোহৰৰ দৰেই এই মাটিবো সৃষ্টি হৈছে। এতেকে এই বায়ু, পানী আৰু পোহৰৰ নিচিনাকৈয়েই

মাটিৰ ওপৰতো সকলোৰে সমান অধিকাৰ। কিন্তু সমাজৰ ভুল ব্যৱস্থাৰ ফলত কিছুমান সুবিধাবাদী মানুহে অপৰ্য্যাপ্ত পৰিমানে এই মাটি অধিকাৰ কৰি জমিদাৰ হৈ নিজৰ প্ৰতিপত্তি বঢাই চহৰ নগৰবোৰত মহাসুখেৰে আছে। কিন্তু যিসকল খেতিয়কে গাৱঁত হাড ভঙা পৰিশ্ৰম কৰি এই মাটিক ফচল মুখৰ কৰিছে তেওঁলোকৰ নিজৰতো মাটি নায়েই, তেওঁলোকে নিজৰ কপালৰ ঘাম মাটিত পেলাই পৰিশ্ৰম কৰি উৎপন্ন কৰা ফচলৰ ওপৰতো তেওঁলোকৰ বিশেষ অধিকাৰ নায়। খেতিয়-কৰ লৰাছোৱালীয়ে অন্নহীন, বস্ত্ৰহীন, স্বাস্থ্যহীন, শিক্ষাহীন হৈ সেই গাৱঁৰ মাজত হাহাকাঁৰত কাল কটাইছে। মাটিৰ ওপৰত নিৰ্ভৰ কৰি উদ্যোগ, অনুষ্ঠান গঢি উঠিছে, ৰাষ্ট্ৰৰ কৃষ্টিৰ, সমাজৰ সভ্যতাৰ বিকাশ হৈছে। কিন্তু হজুৰ আৰু মজুৰৰ অৱস্থাৰ আকাশ পাতাল প্ৰভেদ হৈয়েই আছে। খেতিয়কৰ বসতিস্থল গাৱঁৰ আলি, পদূলি, যানবাহন, এনেকি খোৱা পানী টোপাৰো অৱস্থা অতি শোচনীয় হৈ আছে।

সমাজৰ এই ভুল ব্যৱস্থাক সংশোধন কৰিবলৈ হলে প্ৰথমেই মাটি সমস্যা সমাধান কৰি লব লাগিব। গতিকে ভূ-দানৰ জৰিয়তে মাটিৰ সমবিতৰণ কৰি দিয়া হয একেবাৰে শান্তিপূৰ্ণ ভাবে সকলোৰে সহযোগিতাৰে আৰু প্ৰেমৰ জৰিয়ত—অৰ্থাৎ যিবিলাকৰ বেচি মাটি আছে তেওঁলোকে স্বইচ্ছাই নিজৰ এটা অংশ ভুমিহীনৰ বাবে বিনাচৰ্ত্তে দান কৰি দিয়ে—এইদৰেই ভূদান যজ্ঞ আন্দোলনৰ জৰিয়তেই গাৱঁৰ প্ৰথম সমস্যা,

ভূমি সমস্যা সমাধানৰ ব্যৱস্থা কৰিবলৈকে ভূদানৰ প্ৰথম পৰ্য্যায় আৰম্ভ কৰা হৈছিল ১৯৫১ চনৰ ১৮ এপ্ৰিলৰ দিনা হায়দৰাবাদৰ তেলেঙ্গেনাৰ পোচমপল্লী গাৱঁত। এই আন্দোলনৰ মূল নীতিটো হৈছে যিসকলৰ মাটিৰ লগত পোনপটীয়া সম্বন্ধ আছে, যেয়ে মাটিৰ ওপৰত পৰিশ্ৰম কৰে তেওঁলোকেহে মাটিৰ অধিকাৰী হব পাৰিব। উৎপাদনৰ সাধন আৰু সামগ্ৰীৰ অধিকাৰী উৎপাদক সকলহে, অনুৎপাদকৰ ইয়াত কোনো অধিকাৰ নায়। এতিয়ালৈকে ৮ বছৰৰ পৰীক্ষাত প্ৰমাণ পোৱা গৈছে যে জনতাই ভূদানৰ এই মূলীভূত নীতিটো উপলব্ধি কৰিব পাৰিছে। সেইকাৰণেই ক্ৰমে ক্ৰমে ভূদানে প্ৰসাৰতা লাভ কৰিব পাৰিছে। আন্তঃৰাষ্ট্ৰীয় ক্ষেত্ৰতো শান্তি অন্বেষণকাৰীসকলৰ মাজত ভূ-দানে নতুন আলোড়ণৰ সৃষ্টি কৰিব পাৰিছে। আমাৰ ৰাষ্ট্ৰত এই আন্দোলনে এতিয়া ৰাষ্ট্ৰীয় পৰ্য্যায় পাইছেহি। ভূমিদানেৰে আৰম্ভ কৰা এই ভূদান আন্দোলনৰ দ্বিতীয় পৰ্য্যায় হল গ্ৰামদান। গাওঁবাসীয়ে নিজৰ নিজৰ ব্যক্তিগত অধিকাৰ ত্যাগ কৰি গাৱঁৰ সকলোখিনি মাটি আৰু সম্পত্তি সমূহ গাওঁবাসীৰ বাবে উৰ্চ্ছগা কৰি দিলেই গ্ৰামদান হয়। তাৰ পিছত সেই গ্ৰামদানী গাওঁখন সমূহ গাওঁবাসীয়ে একেলগ হৈ গ্ৰাম নিৰ্ম্মাণ পদ্ধতিৰে ইয়াৰ সৰ্ব্বাঙ্গীন উন্নতি সাধন কৰি স্বাৱলম্বী হব পাৰিব। এই গ্ৰাম নিৰ্ম্মাণৰ আঁচনি হৈছে মহামানব মহাত্মাজীৰ পৰিকল্পনাৰ সৰ্ব্বোদয় আদৰ্শৰে গ্ৰামৰাজ তথা গাঁৱে গাৱেঁ স্বৰাজ স্থাপন কৰাৰ আঁচনি।

গ্ৰামদানী গাৱঁৰ মাটিবাৰীবোৰ গাওঁবাসীয়ে নিজ নিজ পৰিয়ালৰ জনসংখ্যা অনুসৰি সমানভাবে বিতৰণ কৰি লয়। গাৱঁৰ মুঠ মাটিৰ এটা অংশ ৰাজহুৱা ভাবে ৰখা হয়। এই ৰাজহুৱা মাটিখিনিৰ উৎপন্নৰ পৰাই গাৱঁৰ উমৈহতীয়া খৰছবোৰ যেনে পঞ্চাযত, স্কুল, হস্পিতেল, মাতৃমঙ্গল, শিশুমঙ্গল, কৃষ্টি মূলক অনুষ্ঠান, জাতীয় উৎসৱ, আদিৰ খৰছ চলোৱা হয়। পৰিয়ালৰ ভাগৰ মাটিবোৰত গাওঁবাসীৰ ইচ্ছা অনুসৰি ব্যক্তিগত ভাবে নাইবা সহযোগী বা সমবায় পদ্ধতিৰে খেতি কৰে। কৃষিৰ উন্নযনৰ অৰ্থে সাৰ উৎপাদন, পানীযোগান ব্যৱস্থা, ৰোপন প্ৰণালী আৰু শষ্য উৎপাদন আঁচনি আদি গ্ৰামনিৰ্ম্মাণৰ প্ৰথম কাম। আমাৰ এই জনসংখ্যা বহুল দেশত কেৱল কৃষিৰ যোগেদিয়েই স্বাৱলম্বী হব পৰাটো সম্ভৱ নহয়। সেইকাৰণে খেতিৰ লগে লগে গাৱঁৰ কুটীৰ শিল্পৰ অনুশীলন আৰু উন্নয়ন কৰিব লাগিব। বিশেষকৈ বস্ত্ৰশিল্পৰে বস্ত্ৰ স্বাৱলম্বী হব লাগিব। বস্তুৰ আদান-প্ৰদানৰ কাৰণে গাৱঁতে এখন সমবায় দোকান খোলা হয়। গাৱঁৰ সকলো পৰিয়ালেই এই দোকানৰ অংশীদাৰ। এইখন দোকানৰ জৰিয়তেই বাহিৰৰ পৰা আনিব লগীয়া নিতান্ত লাগতিয়াল বস্তুবোৰ অনা আৰু বাহিৰলৈ পঠাব পৰা গাৱঁৰ ৰাহি হোৱা বস্তুবোৰ পঠোৱা হয়।

শাসনমুক্ত, শোষণহীন সমাজ ৰচনা, তথা নিজৰ সমস্যা নিজে সমাধান কৰি প্ৰকৃত গ্ৰামৰাজ স্থাপনৰ ব্যৱস্থা কৰিব

গ্ৰামসভাই। এই গ্ৰামসভাখন গঠিত হয় গাৱঁৰ ১৬ বছৰৰ ওপৰৰ সকলো মহিলা আৰু পুৰুষৰে। উক্ত গ্ৰামসভাই গাৱঁৰ পঞ্চায়ত, কৃষি উন্নয়ণ, শিল্প, শিক্ষা, স্বাস্থ্য, শান্তিৰক্ষা ইত্যাদি যাবতীয় বিষয়বোৰ সুচাৰুৰূপে পৰিচালনা কৰিবৰ কাৰণে বিভাগীয় কমিটি পাতি দায়িত্ব ভগাই লয়। এই বিভাগীয় কমিটিবোৰৰ কাৰ্য্যকালৰ কোনো নিৰ্দ্ধাৰিত সময় নাথাকিব। কোনোবা কমিটি বা সভ্যই নিয়মৰ বিৰুদ্ধাচৰণ কৰিলে তেতিয়াই তেওঁলোকক গ্ৰামসভাই পদচ্যুত নাইবা সংশোধন কৰি লব পাৰিব। নতুন নতুন সমস্যা উদ্ভৱ হোৱাৰ লগে লগে গ্ৰাম-সভাই ইয়াৰ সমাধানৰ পথ উলিয়াই লব আৰু এই গ্ৰামসভাই আৱশ্যক অনুভৱ কৰিলেহে আন কোনোবা অভিজ্ঞ লোকৰ নাইবা অনুষ্ঠানৰ সহায় বিচাৰিব। গ্ৰামসভাৰ সকলো সিদ্ধান্ত সৰ্ব্বসম্মতিক্ৰমে গৃহীত কৰিলৈহে গ্ৰহণ কৰা হব। ইয়াত কোনো ভোট লোৱাৰ কথা নাথাকিব। গাৱঁৰ প্ৰত্যেক জনেই গাওঁখনৰ প্ৰতি নিজৰ কৰ্ত্তব্য, দায়িত্ব আৰু অধিকাৰ আছে বুলি বুজিব পাৰিব। এইদৰেই গাওঁখন এটা গোট বা "ইউনিট" (Unit) হৈ এটা পৰিয়ালত পৰিণত হয়।

এনেকৈয়েই ভূ-দানৰ জৰিয়তে অৰ্থ নৈতিক সমস্যা সমাধান কৰাৰ লগে লগে ইমানদিনে হিংসা, অসূয়া, সম্পত্তি, দৰিদ্ৰতা, উচ্চ-নীচ, ধনী, দুখীয়া আদি অসমতা, বিষমতাৰে পৰিপূৰ্ণ আমাৰ গাওঁবোৰৰ সমাজ ব্যৱস্থাৰ পৰিবৰ্ত্তন সাধন কৰি সুস্থ, সবল গাওঁ তৈয়াৰী কৰি ৰাষ্ট্ৰৰ পুনৰগঠন তথা শান্তি

স্থাপনৰ ব্যৱস্থা কৰা হৈছে। ৰাষ্ট্ৰৰ পুনৰনিৰ্ম্মাণৰ অৰ্থে হাতত লোৱা বিভিন্ন যোজনা, যেনে, সামূহিক উন্নয়ণ পৰিকল্পনা, জাতীয় সম্প্ৰসাৰণ সেৱা খণ্ড, সমাজ মঙ্গল পৰিকল্পনা, ইত্যাদিৰ লগত গ্ৰামনিৰ্ম্মাণ কাৰ্য্যৰ সমন্বয় ৰক্ষা কৰি কামত অগ্ৰসৰ হোৱাৰ ব্যৱস্থা এতিয়া চৰকাৰী কৰ্ত্তৃপক্ষয়ো হাতত লৈছে। এই পদ্ধতিৰেই কোৰাপুট, গয়া, নাইনিতাল, তামিলনাদ, গুজৰাট, উত্তৰলক্ষীমপুৰ আদি বিভিন্ন অঞ্চলত গ্ৰামদান আৰু গ্ৰামনিৰ্ম্মাণৰ কাম সুচাৰুৰূপে চলোৱা হৈছে।

এই ভূ-দান যজ্ঞ আন্দোলনৰ প্ৰণেতা, সুতীক্ষ্ণ মেধাবী, অতীব দূৰদৰ্শী, বাস্তৱধৰ্ম্মী পুৰুষ আচাৰ্য্য বিনোৱাজীৰ কথাৰে কবলৈ হলে ভূদান হৈছে গাওঁ সেৱাৰ জৰিয়তে গ্ৰাম উন্নয়ণ, তথা ৰাষ্ট্ৰক আৰোগ্য কৰাৰ ব্যৱস্থা কৰাৰ আন্দোলন।

## সমস্যাৰ সমাধান কল্পে বিনোৱাজী

মানৱ সভ্যতাৰ ক্ৰমবিকাশৰ বিষয়ে পৰ্য্যালোচনা কৰি চালে দেখা যায় যে বন্যযুগৰ পিছত মানুহে যেতিয়া সমাজ পাতি একোঠাইত থিতাপি লাগি বসতি কৰিবলৈ আৰম্ভ কৰিলে তেতিয়াৰ পৰাই বিভিন্ন সমস্যাৰো উৎপত্তি হল। মানুহে ৰাজ্য পাতিলে আৰু ৰাজ্য চলাবলৈ ৰাজনীতিৰ উৎপত্তি হল। সময়ৰ লগে লগে জনসংখ্যা বাঢ়ি গল, ৰাজ্য

বিস্তাৰ কৰিব লগা হল, উৎপাদন বঢ়াব লগা হল। জীৱন ধাৰণৰ বাবে বিভিন্ন সামগ্ৰীৰ চাহিদা বাঢ়ি গল। একে ঠাইতে সকলো বস্তু উৎপন্ন নহয় কাৰণে এখন দেশে আন এখন দেশৰ লগত আদান প্ৰদান কৰিব লগা হল। যন্ত্ৰৰ আবিষ্কাৰত কম শ্ৰম আৰু কম সময়তে অধিক উৎপাদন হল। মানুহবোৰ সুবিধাবাদী হৈ পৰিল। উৎপাদন বেচি হোৱাৰ লগে লগে ৰপ্তানী আৰু আমদানীৰ কাৰণে বজাৰৰ আৱশ্যক হল। বজাৰত দৰ-ভাও, লাভ-লোকচানৰ বিচাৰ কৰোঁতে কাজিয়াৰ সূত্ৰপাত হৈ যুদ্ধ আৰম্ভ হল। মানুহ ক্ৰমে বস্তুবাদী হৈ আধ্যাত্মিকতাৰ পৰা আঁতৰি আহিল; নৈতিক অধঃপতন আৰম্ভ হল… …।

মানুহ স্বভাৱতেই শান্তিকামী। অনাদিকালৰে পৰাই মানুহে সকলো সমস্যাৰ মাজেদিয়েই শান্তি প্ৰতিষ্ঠাৰ অনুশীলন কৰি আহিছে। আমেৰিকা, গ্ৰীচ, ৰুছিয়া আদি পাশ্চাত্য দেশৰ মনীষি সকলে শান্তি প্ৰতিষ্ঠাৰ কাৰণে ভিন ভিন পন্থাৰ অনুশীলন কৰিছিল। পুঁজিবাদ, সাম্যবাদ ইত্যাদি বিভিন্ন পন্থাৰে সকলো সমস্যাৰেই মূল, আৰ্থিক সমস্যা সমাধান কৰি সমাজত শান্তি প্ৰতিষ্ঠা কৰাৰ প্ৰচেষ্টা চলোৱাৰ কথা আমি ইতিহাসত পাওঁ। এই বিভিন্ন "বাদ" সমূহ আৰু ইয়াৰ কাৰ্য্যকাৰিতা বিশ্লেষণ কৰি চালে দেখা যায় যে সমস্যা সমাধান কৰিবলৈ যাওঁতে নতুন সমস্যাৰ উৎপত্তি হৈছে। পুঁজিবাদত সাধাৰণ জনতা দাসত্বৰ মেৰপাকত পৰিছে।

সাম্যবাদত বিকেন্দ্ৰীকৰণৰ নামত লৌহ আৱৰণৰ মাজত সম্পত্তি আৰু ক্ষমতা কেন্দ্ৰীভূত হৈ সাধাৰণ জনতাই সেই একে শোষণ যাতনা ভূগিছে। যন্ত্ৰ-যুগত মালিক আৰু বনুৱাৰ সৃষ্টি হৈছে, নিবনুৱাৰ সংখ্যা বৃদ্ধি পাইছে। কৃষক-বনুৱাৰ ৰাজ কৰিবলৈ যাওঁতে মালিক আৰু বনুৱাৰ মাজত শ্ৰেণী সংঘৰ্ষৰ উৎপত্তি হৈছে। পিচে, এই সকলোবোৰ পন্থাৰেই মূল উদ্দেশ্য হৈছে অধিকতম লোকৰ কাৰণে অধিকতম সুখৰ ব্যৱস্থা কৰা—গতিকে লঘিষ্ঠ সংখ্যকৰ দুখেই অশান্তিৰ ফিৰিঙতি হৈ পৰে।

এই সকলোবোৰ দেখি শুনি যুগৰ নায়ক মহাত্মাগান্ধীয়ে সৰ্ব্বোদয় সমাজ ৰচনাৰ আদৰ্শ আগবঢ়ালে। অৰ্থাৎ সকলোৰে সমানে মঙ্গল সাধন হব লাগিব। সকলোৰে সমানে বিকাশ হোৱাৰ ব্যৱস্থা সমাজে দিব লাগিব—"সৰ্ব্ব-ভূতঃ হিতে ৰতাঃ"। উদ্দেশ্য, পদ্ধতিৰ প্ৰয়োগ প্ৰণালী আৰু ইপ্সিত পৰিণতিৰ সমন্বয় ৰক্ষা কৰি বিপ্লৱ কৰাই হৈছে "গান্ধীবাদ"ৰ মূল নীতি। সত্য, প্ৰেম, আৰু অহিংসাই গান্ধীবাদৰ আচল বুনিয়াদ। অহিংস সত্যাগ্ৰহৰে স্বৰাজ আন্দোলন পৰিচালনা কৰি প্ৰবল প্ৰতাপী বৃটিছ শক্তিৰ পৰা দেশক উদ্ধাৰ কৰি মহাত্মাগান্ধীয়ে পৃথিবীৰ ইতিহাসত নতুন অধ্যায়ৰ সূচনা কৰি থৈ গৈছে। মহাত্মাজীৰ পিচত তেওঁৰ একান্ত অনুগামী প্ৰিয় শিষ্য আচাৰ্য্য বিনোৱাজীয়ে শাসনমুক্ত, শোষণহীন সৰ্ব্বোদয় সমাজ ৰচনা কৰি স্বৰাজৰ ইপ্সিত পৰিণতি গ্ৰামৰাজ

প্ৰতিষ্ঠা কৰিবৰ কাৰণে গান্ধীবাদৰ অনুশীলন কৰোতেই ভূদান যজ্ঞ আন্দোলনৰ উৎপত্তি হল। আজি ৮ বছৰীয়া কাৰ্য্য-বিবৰণীত দেখা যায় যে ভূদানে ভাৰতত বিস্তৃতি লাভ কৰাৰ লগে লগে আন আন দেশতো ইয়াৰ প্ৰভাৱ পেলাইছে। শান্তিকামী মনিষী সকলৰ মাজত নতুন আলোড়নৰ সৃষ্টি হৈছে। বিভিন্ন সমাজ-কৰ্ম্মীয়ে বিনোৱাজীৰ ওচৰলৈ আহি ভূদানৰ তাৎপৰ্য্য অধ্যয়ন কৰিছে। নিজৰ দেশত বেনেকৈ ইয়াক প্ৰয়োগ কৰিব পাৰে তাৰ প্ৰচেষ্টা চলাইছে।

এই ভূদানযজ্ঞ আন্দোলনৰ বিভিন্ন পৰ্য্যায় বিশ্লেষণ কৰি চালে দেখা যায় যে ই মূলতে এটি অৰ্থ নৈতিক আন্দোলন। মানুহৰ সকলো অশান্তিৰ মূলতেই হৈছে অভাৱ। অৰ্থ-নীতিৰ লগতেই সমাজনীতি, ৰাজনীতি সকলো জড়িত হৈ আছে। বিনোৱাজীয়ে ভূদানৰ জৰিয়তে বৰ্ত্তমানৰ আসোঁৱাহ পূৰ্ণ সমাজৰ গুৰিৰে পৰাই সংস্কাৰ কৰি নৈতিকতাৰ ভেটিত মানৱতা প্ৰতিষ্ঠা কৰাৰ কাৰণে স্বয়ং সম্পূৰ্ণ পৰিকল্পনা আগ বঢ়াইছে।

আমাৰ কৃষি প্ৰধান দেশ ভাৰতত মাটিয়েই হৈছে মূল উৎপাদিকা শক্তি। গতিকে মাটিৰেই বিপ্লৱ আৰম্ভ কৰা হল—ভূমি-দান যজ্ঞৰে। ভূমিৰ সমবিতৰণ হব লাগিব, ভূমিহীন অৱস্থা দূৰ কৰিব লাগিব। আইনৰ দ্বাৰা জোৰ কৰি সমস্যা সমাধান কৰিব নোৱাৰি। মানুহে নিজে অন্তৰেৰে উপলব্ধি কৰিব পাৰিব লাগিব। ভাৰতৰ কৃষ্টি, ভাৰতৰ

ঐতিহ্য আধ্যাত্মিকতাৰ পটভূমিত প্ৰতিষ্ঠিত। সেয়ে আধ্যাত্মিক বিপ্লৱী বিনোৱাজীয়ে শাস্ত্ৰ ভাগৱতৰ পৰা মানৱ দৰ্শনৰ বিভিন্ন নীতিসমূহৰ ব্যাখ্যাৰে মানুহৰ অন্তৰ পৰিবৰ্ত্তনৰ প্ৰচেষ্টা চলালে। ব্যক্তিৰ অন্তৰ পৰিবৰ্ত্তনেহে সমাজ পৰিবৰ্ত্তন কৰিব পাৰে। বিনোৱাজীয়ে কৈছে বায়ু, পানী পোহৰৰ লগতে ভগৱানে মাটি সৃষ্টি কৰিছে ভগৱানৰ সন্তান মানুহ-সকলৰ কাৰণে। ভগৱানৰ সৃষ্টিৰ এই সম্পত্তিসমূহৰ ওপৰত মানুহ মালিক হব নোৱাৰে। প্ৰয়োজন অনুসৰি সকলোৱে সমানে এটা পৰিয়ালৰ দৰে ভাতৃ ভাবেৰে এইবোৰ ভোগ কৰাহে মানুহৰ কৰ্ত্তব্য। মাটিৰ আলম লৈ উপাৰ্জ্জন কৰা সম্পত্তিৰ ওপৰতো মানুহৰ প্ৰভুত্ব হব নোৱাৰে। সম্পত্তিৰো সমবিতৰণ হব লাগিব—সেয়েহে ভূমিদানৰ লগতে সম্পত্তি দান যজ্ঞবো আৰম্ভ হল। সংগ্ৰহৰ শোষণে দৰিদ্ৰতা বৃদ্ধি কৰে। সম্পত্তিৰ বিকেন্দ্ৰীকৰণ হলেই ক্ষমতাৰো বিকেন্দ্ৰী কৰণ হব। বিকেন্দ্ৰীকৰণৰ বাবে ব্যক্তিগত মালিকীস্বত্ব বিলোপ হব লাগিব—গতিকে গ্ৰামদান আন্দোলন আৰম্ভ কৰা হল। গ্ৰামদানী গাৱঁৰ সমূহ ৰাইজে মাটিসম্পত্তি গোটেই গাৱঁৰ নামত উছৰ্গা কৰি দিব অৰ্থাৎ মাটি সম্পত্তি বিকেন্দ্ৰীকৰণৰ লগতে উৎপাদনৰো বিকেন্দ্ৰী কৰণ হৈ যাব।

আজিৰ এই বিশ্ব অৰিয়া অৰিৰ যুগত স্বাৱলম্বী হব পাৰিলেহে অভাৱৰ পৰা ৰক্ষা হব। সামূহিক প্ৰচেষ্টাৰে গাৱঁৰ সৰ্ব্বাঙ্গীন উন্নতি সাধন কৰি স্বাৱলম্বী গাওঁ তৈয়াৰী

কৰিবলৈ গ্ৰামদানী গাঁৱত গ্ৰাম নিৰ্ম্মাণৰ কাম আৰম্ভ কৰা হ'ল। কিন্তু ওপৰৰ পৰা জাপি দিয়া বিশেষ আচনি এখনেৰে সকলো মানুহৰ দৈনন্দিন চাহিদা পূৰণ কৰি অভাৱৰ পৰা ৰক্ষা পোৱা নাযায়। সেই কাৰণে গ্ৰামনিৰ্ম্মাণৰ বাবে গাঁৱৰ প্ৰাপ্ত বয়স্ক সকলো পুৰুষ মহিলা গোট খাই গাওঁসভা পাতিব। এই গাওঁ সভাখনেই নিজৰ গাঁৱৰ প্ৰয়োজন, পাৰিপাৰ্শ্বিক অৱস্থা, শক্তি, সামৰ্থ্য সকলোৰে লগত খাপ-খোৱাকৈ নিৰ্ম্মাণৰ আচনি নিজে কৰি লব আৰু ইয়াক কাৰ্য্যত পৰিণত কৰাৰ দায়িত্বও নিজৰ মাজত ভগাই লব। এটা পৰিয়ালত যেনেকৈ প্ৰত্যেকেই সৰ্ব্বাঙ্গীন উন্নতিকল্পে আগ্ৰহেৰে নিজ নিজ কৰ্ত্তব্য পালন কৰে ঠিক তেনেকৈ গ্ৰামনিৰ্ম্মাণত সকলো ৰাইজে এটা পাৰিবাৰিক ভাৱনাৰে গাওঁখনৰ সৰ্ব্বাঙ্গীন উন্নতি সাধনৰ বাবে মিলিত প্ৰচেষ্টা চলাই স্বাৱলম্বী গাওঁ তৈয়াৰ কৰি লয়—এই দৰেই গ্ৰাম স্বৰাজৰ পথত বিনোৱাজীয়ে আমাৰ সাত লাখ গাঁৱক আগ-বঢ়াই নিয়াৰ প্ৰচেষ্টা চলাইছে। ৰাষ্ট্ৰীয় ক্ষমতা বিকেন্দ্ৰীকৰণ কৰি গাওঁ সভা খনকেই গাওঁ পৰিচালনাৰ দায়িত্ব দি ওপৰ গধুৰ শাসনৰ কু-পৰিণতিৰ পৰা ৰক্ষা কৰাৰ ব্যৱস্থা কৰা হৈছে। আচল গণতান্ত্ৰিক পদ্ধতিৰে লোকতন্ত্ৰ স্থাপন কৰি ৰাষ্ট্ৰৰ সকলো পৰ্য্যায়ৰ প্ৰত্যেকৰেই সৰ্ব্বাঙ্গীন মঙ্গল কৰিবৰ কাৰণে ৰাষ্ট্ৰখনক সৰু সৰু গোট বা "ইউনিট"ত ভাগ কৰি লব লাগিব, যাতে প্ৰতিটো গোটত প্ৰত্যেকেই প্ৰত্যেকৰ

লগত যোগাযোগ ৰাখি প্ৰত্যেকৰেই সৰ্ব্বাঙ্গীন উন্নতিৰ ব্যৱস্থা কৰি লব পৰা যায়। সৰ্ব্বোদয় সমাজ ৰচনাত এই গাওঁ খনেই এনে এটা গোট বা 'ইউনিট'। গাওঁসভাই এই গোটৰ সৰ্ব্বতোপ্ৰকাৰ উন্নতি সাধন কৰি লব। এই গাওঁ-সভা অৰ্থাৎ গাওঁপঞ্চায়তৰ পৰাহে জিলা, ৰাষ্ট্ৰ আৰু সৰ্ব্বশেষত বিশ্বপঞ্চায়ত গঠন কৰি লোৱাৰ দিহা বিনোৱাজীয়ে দিছে। শাসন মুক্ত শোষণহীন সমাজ ৰচনা কৰাৰ এনে আধুনিক, বিজ্ঞান সম্মত পৰিকল্পনা ইয়াৰ আগতে কোনো সমাজবাদী নেতাৰ পৰা পোৱা নাই—সেয়েহে আজি বিনোৱাজীয়ে বিশ্বৰ আগত নতুন পথৰ সন্ধান দিছে।

নিৰ্ম্মাণকাৰ্য্য গাঁৱতেই আৰম্ভ কৰা হৈছে। কাৰণ আমাৰ জনতাৰ শতকৰা ৮৫ জনেই গাঁৱত থাকে আৰু কৃষিৰ ওপৰত নিৰ্ভৰ কৰিয়েই জীৱিকা চলায়। কিন্তু কৃষিৰেই স্বাৱলম্বী হব পৰা নাযায়। গতিকে কুটীৰ শিল্পৰ ওপৰত জোৰ দিয়া হৈছে। পিচে তথাকথিত শিক্ষিত এক শ্ৰেণীৰ সমালোচকে কয় যে বিনোৱাজীয়ে আজিৰ বিজ্ঞানৰ যুগত যন্ত্ৰৰ বিৰোধিতা কৰি আধুনিক অৰ্থনীতিৰ বিৰোধিতা কৰিছে। সেইটো ভুল ধাৰণা। বিনোৱাজী এজন অতীব দূৰদৰ্শী, বাস্তৱ ধৰ্ম্মী, কৃষক নেতা। কিছুমান মৌখিক সংজ্ঞা প্ৰচাৰ কৰাৰ পৰিবৰ্ত্তে তেওঁ বাস্তৱ ক্ষেত্ৰলৈ নিজে নামি গৈ পাৰিপাৰ্শ্বিক অৱস্থা আৰু জনতাৰ মনোভাৱৰ লগত খাপখোৱা আচনিৰে কাম কৰি গৈছে। আমাৰ দেশ হৈছে জনবহুল দেশ, নিবনুৱাৰ

দেশ। বৃহৎ যন্ত্ৰ উদ্যোগত নিবনুৱাৰ সংখ্যা বৃদ্ধি কৰে। মালিক, বনুৱা আদি শ্ৰেণীৰ উৎপত্তি কৰি সংঘৰ্ষৰ ফিৰিঙতি জ্বলায়। মানুহৰ মন বস্তুবাদী হৈ নৈতিকতাৰ অধঃপতন হয়। চহৰৰ যন্ত্ৰ সমূহলৈ চাকৰিৰ আশাত মানুহে গাওঁ এৰি আহি চহৰমুখী হয়। এনেকৈ দেশৰ মুল ভেটি গাঁৱৰ অৱস্থা শোচনীয় হৈ পৰে। লগে লগে কেঁচা মালৰো অভাৱ হয়। নিৰ্ম্মাণকাৰ্য্যত গাঁৱৰ কেঁচা মাল গাঁৱতেই পকা মাল কৰিবৰ কাৰণে মানুহৰ শ্ৰম শক্তি আৰু পশু শক্তিৰ পূৰ্ণ প্ৰয়োগৰ সিচত অধিক উৎপাদনৰ কাৰণে আধুনিক বিজ্ঞান সন্মত কোনো যন্ত্ৰ বা পদ্ধতি প্ৰয়োগ কৰিবলৈ বিনোৱাজীয়ে পৰামৰ্শ দিয়েই আছে। জাপানী পদ্ধতিৰ খেতি আৰু অম্বৰ চৰখাৰ প্ৰয়োগেই ইয়াৰ নিদৰ্শন। উৎপাদনৰ সাধন আৰু সামগ্ৰীসমুহত আধুনিক বিজ্ঞান প্ৰয়োগ কৰি উন্নতি সাধন কৰিব লাগিব। কিন্তু এই উন্নয়ন সকলোৰে সামূহিক মঙ্গল বিধায়ক হব লাগিব। আমাৰ গাঁৱৰ মানুহে উদ্যোগীকৰণ, ৰাষ্ট্ৰীয়কৰণ, মুদ্ৰাস্ফীতি আদি অৰ্থনীতিৰ সংজ্ঞাবোৰ বুজি নাপায়। সেই কাৰণেই গ্ৰামীকৰণ পদ্ধতিৰে গ্ৰামোদ্যোগ চলোৱা হৈছে।

আৰ্থিক উন্নয়নৰ কাৰণে শ্ৰমশক্তিৰ লগতে পুঁজিৰো দৰকাৰ। কিন্তু আমাৰ দুখীয়া অভাৱগ্ৰস্ত দেশত পুঁজি নাই। এই প্ৰসঙ্গত বিনোৱাজীয়ে আমাৰ ৰাষ্ট্ৰৰ বিভিন্ন পৰিকল্পনাৰ বাবে বিদেশৰ পৰা কোটি কোটি টকা আনি খৰচ কৰি

এফালে ধাৰ বঢ়োৱাৰ আৰু আনফালে নিবনুৱা বঢ়োৱা সম্পৰ্কত কৈছে যে এই পঞ্চবাৰ্ষিক পৰিকল্পনা এটা ফুটা পৰিকল্পনা। পূজিৰ বাবে এইবাৰ বিনোৱাজীয়ে 'সৰ্ব্বোদয়—পাত্ৰ'ৰ ব্যৱস্থা দিছে। ভাৰতৰ প্ৰতি ঘৰতে যদি সৰ্ব্বোদয় পাত্ৰ পাতি ঘৰৰ একেবাৰে সৰুজনৰ হাতৰ মুঠিতে খাদ্য শষ্য নাইবা এটি নয়া পইচা অৰ্থাৎ নিম্নতম পৰিমাণ জনতাৰ মঙ্গলৰ হকে দিনে থৈ যায় তেনেহলে এমাহত কাৰো একো শোষণ নকৰাকৈ অন্ততঃ ৭৫০০০৲ টকাৰ এটি পুজি সংগ্ৰহিত হৈ যাব। ৰাষ্ট্ৰৰ ব্যয় সঙ্কোচনৰ ক্ষেত্ৰত ৰাজ্যৰ ৰক্ষনাবেক্ষনৰ বাবে বিনোৱাজীয়ে 'শান্তি-সেনা'ৰ ব্যৱস্থা দিছে।

আজি সমগ্ৰ পৃথিবীত শান্তি প্ৰতিষ্ঠাৰ নামত আনবিক শক্তি আহৰণৰ তুমুল প্ৰতিযোগিতা চলিছে। শান্তিপূৰ্ণ সহ অৱস্থান, যুদ্ধ বিৰতি আৰু মৰণাস্ত্ৰ তৈয়াৰীৰ আখৰা চলিছে। শান্তিৰ অন্বেষণত মানুহ অশান্ত হৈ উঠিছে। ইয়াৰ মাজতেই ভাৰতৰ ভূমিত অহিংসক বিপ্লৱৰ বাৰ্ত্তাবাহক পূজ্য বিনোৱাজীয়ে আধ্যাত্মিকতাৰ ভেটিত মানৱতাৰ উচ্চতম মূল্য নিৰূপণ কৰাৰ প্ৰচেষ্টা চলাই অশান্ত বিশ্বৰ মাজত শান্তিৰ পোহৰৰ বন্তি জ্বলাইছে।

# শান্তি-সেনা

পূজ্য-বিনোৱাজীয়ে ভূদান-যজ্ঞ আন্দোলনৰ জৰিয়তে মহা-মানৱ মহাত্মাগান্ধীৰ আদৰ্শৰ শাসনমুক্ত, শোষণ-হীন অহিংস সমাজ ৰচনা কৰাৰ অনুশীলন কৰি কৰি "শান্তি-সেনা"ৰ উদ্ভাৱনা কৰিলে। ভূদান-যজ্ঞ আন্দোলনৰ ভূদান, সম্পত্তি-দান, গ্ৰামদান, গ্ৰামনিৰ্ম্মাণ, আদি বিভিন্ন পৰ্য্যায়ৰ ভিতৰত "শান্তি-সেনা" এটি অন্যতম পৰ্য্যায়। অৱশ্যে মহাত্মাগান্ধীয়েই এই শান্তি-সেনাৰ পৰিকল্পনা আগবঢ়াইছিল যদিও ইয়াক কাৰ্য্যত পৰিণত কৰাৰ পৰিবেশ তেতিয়া নাছিল। ১৯৫৭ চনত বিনোৱাজীয়ে কেৰেলা ৰাজ্যত পদযাত্ৰা কৰি থকা কালত সেই সুপ্ত হৈ থকা শান্তিসেনা বীজটীয়েই বিকশিত হৈ উঠিল—"শান্তি-সেনা" গঠনৰ আচনি বিনোৱাজীয়ে দেশবাসীৰ আগত দাঙি ধৰিলে।

সত্য, অহিংসা আৰু আধ্যাত্মিকতাৰ পটভূমি ভাৰতবৰ্ষত বহিৰাগত সকলৰ কলুষিত প্ৰভাবে হিংসাৰ ফিৰিঙতি বিয়পাই দিলে। অহিংস সত্যাগ্ৰহেৰে স্বাধীন হোৱা আমাৰ দেশখনৰ বাহিৰে ভিতৰে হিংসা, দ্বেষ, কটাকটি, মৰামৰিৰ উৎপত্তি হৈ জনতাৰ সামাজিক জীৱন একেবাৰেই বিপন্ন হৈ পৰিল। শক্তি আৰু ক্ষমতা অৰ্জ্জনৰ অৰিয়াঅৰিৰ মাজত মানুহে নিজৰ মনুষ্যত্ব বিসৰ্জ্জন দিও হিংসাত উন্মত্ত হৈ পৰিল। সেয়েহে অহিংসাৰ পূজাৰী পূজ্য বিনোৱাজীয়ে গ্ৰামদান, গ্ৰামনিৰ্ম্মাণক

গ্ৰামস্বৰাজ্য স্থাপন কৰি সুস্থ সমাজ ৰচনাৰ ব্যৱস্থা হাতত লৈছে। স্বেচ্ছাপ্ৰণোদিত জনশক্তিৰ জৰিয়তে ব্যক্তিগত মালিকীস্বত্ব বিলোপ হলেই গ্ৰামস্বৰাজৰ ভেটি প্ৰতিষ্ঠিত হৈ যায় আৰু এয়েই হৈছে গ্ৰামসঙ্কল্প, গ্ৰামদান আৰু গ্ৰামস্বৰাজৰ মূলকথা। এই গ্ৰামস্বৰাজৰ ৰক্ষণা-বেক্ষণৰ আৰু সমাজত স্থায়ী শান্তি-প্ৰণয়নৰ অৰ্থেই অহৰহ কাম কৰি থকা এদল অহিংসক সেৱা-সৈনিকৰ আৱশ্যক। এই প্ৰসঙ্গত বিনোৱাজীয়ে আমাৰ বৰ্ত্তমান শান্তিৰক্ষক পুলিচ, মিলিটেৰী সকলৰ বিষয়ে কৈছে যে এওঁলোক হৈছে "অশান্তি-সৈনিক"। কিয়নো, এওঁলোকক দৰমহা দি ৰাখি থৈ দিয়া হয়, যাতে, যেতিয়া যুদ্ধ-বিগ্ৰহ, কটামৰা আদি অশান্তিৰ উৎপত্তি হব তেতিয়া এওঁলোক গৈ গোলা, বাৰুদ, লাঠি, টাঙোনৰ দ্বাৰায় সেই অশান্তি নিৰ্ব্বাপিত কৰিব পাৰে। কিন্তু শান্তি-সৈনিক সকল হব লাগিব অহিংস সেৱা-সেনা। সত্য, অহিংসা আৰু প্ৰেম হব তেওঁলোকৰ সাৰথি; নিৰ্ভীক সত্যাগ্ৰহ হব তেওঁলোকৰ। পদ্ধতি আৰু আধ্যাত্মিকতা হব তেওঁলোকৰ প্ৰেৰণা-শক্তি কোনো প্ৰকাৰৰ ভয় বা সঙ্কোচৰ ঠাই তেওঁলোকৰ অন্তৰত সমূলি নায়। এই শান্তি-সৈনিক সকলে সদায় জনতাৰ মাজত এনে ভাৱে সেৱা-কাৰ্য্য চলাই থাকিব, যাতে, কোনো প্ৰকাৰৰ অশান্তিৰ বীজ সমাজত শিপাব নোৱাৰে। যদি কৰবাত কিবা অশান্তিৰ উৎপত্তি হয় তেনেহলে শান্তি-সৈনিকে নিজৰ প্ৰাণ উচ্ছৰ্গা কৰিও এই অশান্তিৰ

জুই নুমাবলৈ আগবাঢ়ি যাব। সুদক্ষ গণিতজ্ঞ বিনোৱাজীয়ে হিচাব কৰি দেখুৱাইছে যে প্ৰতি ৫,০০০ (পাচ-হেজাৰ) জন জনসংখ্যাৰ মাজত একোজন এনেধৰণৰ শান্তি-সৈনিক হলে গোটেই ভাৰততে ৭০,০০০ (সত্তৰ হেজাৰ) শান্তি সৈনিক হব। এই বিৰাট শান্তি-সেনা বাহিনীয়ে ভাৰতত আভ্যন্তৰীণ শান্তি ৰক্ষা কৰাৰ লগতে বিশ্ব-শান্তি প্ৰতিষ্ঠাৰ পথত আগবাঢ়ি যাব পাৰিব বুলি তেওঁ দৃঢ়ভাবে কৈছে।

শান্তি-সেনা সংগঠনৰ কাম ব্যাপক আৰু সহজ কৰিবৰ কাৰণে ১৯৫৯ চনব ২৭, ২৮ ফেব্রুৱাৰী আৰু মাৰ্চ্চৰ ১ তাৰিখে আজমীৰত বহা একাদশ সৰ্ব্বোদয় সন্মিলনত অখিল ভাৰত সৰ্ব্বসেৱা সঙ্ঘই প্ৰান্তৰ প্ৰত্যেক জিলাতেই "সৰ্ব্বোদয মণ্ডল" গঠন কৰাৰ ব্যৱস্থা দিছে। এই সৰ্ব্বোদয় মণ্ডলৰ জৰিয়তেই লোক-সেৱক সংগ্ৰহ কৰা যাব। অন্ততঃ দহজন লোক সেৱকৰে একোটা আঞ্চলিক সৰ্ব্বোদয় মণ্ডল হব। এই আঞ্চলিক সৰ্ব্বোদয় মণ্ডলৰ প্ৰতিনিধিৰেই জিলাখনত জিলা সৰ্ব্বোদয় মণ্ডল গঠিত হব। এই লোক-সেৱক সকলৰ তলত লিখা পঞ্চ নিষ্ঠাত বিশ্বাস থাকিব লাগিব আৰু এই পঞ্চ নিষ্ঠা পালন কৰাৰ প্ৰতিজ্ঞা লব লাগিব। নিষ্ঠা পাঁচোটা হৈছে ঃ—

**১। সত্য, অহিংসা, অপৰিগ্ৰহ আৰু শৰীৰ শ্ৰমত মোৰ নিষ্ঠা আছে; আৰু ইয়াৰ দ্বাৰাইহে মোৰ জীৱন নিৰ্ব্বাহ কৰিবলৈ মই চেষ্টা কৰিম।**

২। মোৰ বিশ্বাস যে লোকনীতি স্থাপনতহে জগতত প্ৰকৃত স্বতন্ত্ৰতা আহিব। সেই কাৰণে মই কোনো প্ৰকাৰৰ দলীয় ৰাজনীতিত ( Party Politics ) বা সত্তা ৰাজনীতিত ( Power Politics ) প্ৰত্যক্ষ বা পৰোক্ষ ভাবে ভাগ নলওঁ। সকলো ৰাজনৈতিক দলৰ মানুহকে মই সমানে সেৱা কৰিম।

৩। নিষ্কাম ভাবে সমৰ্পণ বুদ্ধিত মই লোকসেৱা কৰিম।

৪। জাতি, বৰ্গ, পন্থা আদি কোনো প্ৰকাৰৰ সঙ্কীৰ্ণ ভেদভাবৰ মোৰ অন্তৰত ঠাই নাই।

৫। মই মোৰ সম্পূৰ্ণ সময় আৰু মুখ্য চিন্তণ সৰ্ব্বোদয়ৰ প্ৰত্যক্ষ সাধন স্বৰূপে ভূদান-মূলক গ্ৰামোদ্যোগ প্ৰধান অহিংস ক্ৰান্তিৰ কামত নিয়োগ কৰিম।

ওপৰোক্ত পঞ্চনিষ্ঠা পালন কৰোঁতা লোকসেৱক সকলৰ মাজৰ পৰাই শান্তি-সৈনিক তৈয়াৰী হব। এই পাচোটা নিষ্ঠাৰ উপৰিও বিশেষ অৰ্হতা হিচাবে শান্তি-সৈনিকে শান্তি ৰক্ষাৰ আহ্বান পালেই যি কোনো মুহূৰ্ত্ততেই প্ৰাণ উচ্ছৰ্গা কৰিও শান্তি ৰক্ষা কৰিবলৈ যাবলৈ প্ৰস্তুত থাকিব লাগিব। শান্তি ৰক্ষাৰ অৰ্থে প্ৰাণ উচ্ছৰ্গা কৰিবলৈ সকলো সময়তে প্ৰস্তুত থকাৰ প্ৰসঙ্গত বিনোৱাজীয়ে শান্তি সেনাৰ এই বিশেষ অৰ্হতাক মাতৃবৎ বাৎসল্যৰ লগত তুলনা কৰিছে। মানুহৰ বাহিৰেও বনৰ-পশুৰ মাজতো দেখা যায় যে পোৱালীটোক ধৰিলে বা মাৰিলে মাকে নিজৰ জীৱনলৈ ভ্ৰূক্ষেপ নকৰিও শত্ৰুৰ ওচৰলৈ চোচা দিয় সন্তানৰ ৰক্ষাৰ

অৰ্থে। অশান্তিৰ উৎপত্তি হলেই শান্তি-সৈনিকেও সেই মাক জনীৰ দৰেই লৰ মাৰিব জনতাক ৰক্ষা কৰিবলৈ। সেই কাৰণেই বিনোৱাজীয়ে "শান্তি-সেনা" সংগঠন আৰু ইয়াৰ যাবতীয় প্ৰশিক্ষণ আদিৰ ব্যৱস্থা কৰাৰ দায়িত্ব ঘাইকৈ মহিলা সকলৰ ওপৰতেই বুলি কৈ আছে।

লোকসেৱক আৰু শান্তি-সৈনিক সকল কিন্তু জনতাৰ বোজা নহয়। এওঁলোকে শ্ৰমনিষ্ঠ জীৱন যাপন কৰে অৰ্থাৎ শ্ৰমৰ দ্বাৰায়হে জনতাৰ মাজত সেৱা কাৰ্য্য চলায়। এওঁ-লোকৰ একমাত্ৰ চিন্তা হব—"আমি অখিল মানৱসমাজৰ সেৱা কেনেকৈ কৰিম!" জনতায়ো এওঁলোকৰ সেৱা সমৰ্থন কৰিব লাগিব। সেৱা কৰিবৰ কাৰণে এওঁলোকে লোক সন্মতি পাব লাগিব। সেৱা ক্ষেত্ৰৰ জনতাৰ মাজত এওঁলোক একেবাৰে আপোন, নিজৰ পৰিয়ালৰ এজন হৈ পৰিব। এওঁলোকৰ ভৰণ-পোষণৰ অৰ্থেই ঘৰে ঘৰে একোটি "সৰ্ব্বোদয় পাত্ৰ" পাতি নিজৰ খোৱাৰ ভাগৰ পৰাই এমুঠি এই "সৰ্ব্বোদয়পাত্ৰ"ত সঞ্চয় কৰি থৈ যাব। এই দৰেই শান্তি-সৈনিক হব জনআধাৰিত সেৱক। সাধাৰণ স্বেচ্ছাসেৱক বা ভলণ্টিয়াৰৰ দৰে কোনো ঠাইত কিবা অশান্তি, কিবা দুৰ্যোগ হলেই এওঁলোক কিন্তু তালৈ লৰ মাৰিব নালাগিব। নিজ নিজ সেৱা ক্ষেত্ৰৰ এওঁলোকে অবিচ্ছেদ্য অঙ্গ হিচাবে সেৱক আৰু ৰক্ষক হৈ কাম কৰি থাকিব।

অহিংস বিপ্লৱক কাৰ্য্যকৰী কৰাৰ অৰ্থে "শান্তি-সেনা"

প্ৰণয়ন প্ৰসঙ্গত হিংসা সূচক "সেনা" শব্দতো প্ৰয়োগ কৰাৰ বিষয়ে বিনোৱাজীক প্ৰশ্ন কৰাত তেখেতে কৈছে যে "সেনা" শব্দতো অতি পবিত্ৰ। ই বেদৰ শব্দ। সেনা শব্দৰ মূল অৰ্থ হৈছে প্ৰাণ উচ্ছৰ্গা কৰিবলৈ প্ৰস্তুত হৈ গোট খোৱা মানুহ। এই "শান্তি-সেনা"ৰ কথা মহাত্মাজীয়েই কৈ থৈ গৈছে। আজিৰ পৰিস্থিতিত "শান্তি-সেনা"ৰ সংগঠন মানে বাপুজীৰ অপূৰণীয় ইচ্ছা পূৰণ কৰাৰ প্ৰচেষ্টা।

আজি পৃথিবীৰ বিভিন্ন অঞ্চলত হিংসাৰ দাৱানল জ্বলিব লাগিছে। আনবিক শক্তি আহৰণৰ প্ৰচেষ্টাই হিংসাশক্তিক সীমাহীন কৰি পেলাইছে। সেয়েহে আজি পৃথিবীৰ শান্তি কামী মনিষীসকলে শান্তি প্ৰতিষ্ঠাৰ অনুশীলনত ব্যস্ত হৈ পৰিছে। অহিংস সত্যাগ্ৰহৰ সেনাপতি বিনোৱাজীয়ে কৈছে যে এটমবোমা, হাইড্ৰোজেন বোমাৰ উৎপত্তিয়েহে শান্তিসেনাৰ পথ পৰিস্কাৰ কৰি দিছে। পৃথিবীৰ দুটা প্ৰধান প্ৰধান শক্তি গোষ্ঠিৰ নেতা মিঃ খ্ৰুশ্চেভ আৰু মিঃ আইছেনহাৱাৰৰ আলাপ আলোচনায়ো সেই একে প্ৰতিধ্বনিকেই শুনাইছে। ১৯৫১ চনৰ তেলেঙ্গেনাৰ হিংসাৰ দাৱানলৰ মাজত বিনোৱাজী এজন শান্তি-সৈনিক ৰূপে প্ৰবেশ কৰাৰ পৰাহে ভূদান-যজ্ঞ আন্দোলনৰ অৱতাৰণা হ'ল। "শান্তি-সেনা" সংগঠন আজি যুগৰ দাবী। শান্তি-সৈনিক সকলেই বিশ্ব-শান্তি প্ৰতিষ্ঠাৰ পথ প্ৰদৰ্শক হ'ব।

# সৰ্বোদয়-পাত্ৰ

বিশ্ব ৰঙ্গমঞ্চত আজি হিংসা আৰু অহিংসাৰ অৰিয়াঅৰি চলিছে। হিংসাৰ সীমাহীন গতিয়ে একাংশ মানুহক উদ্‌বাউল কৰিলে যদিও অন্তৰত সুপ্ত হৈ থকা মানবতাৰ জৰিয়তেই হয়তো তেওঁলোক নিজে নিজেই ভাগৰি পৰিছে। ইখনৰ পিছত সিখন মহাসমৰ কৰি কৰি পৃথিবীৰ প্ৰায় সকলো গোষ্ঠীয়েই যুদ্ধ বিৰতিৰ প্ৰশ্ন তুলিছে। ক্ষেপণাস্ত্ৰ তৈয়াৰী আৰু আণবিক শক্তি পৰীক্ষা নিয়ন্ত্ৰণ কৰাৰ প্ৰচেষ্টা চলিছে। শান্তি-কামী মনীষিসকলে সকলো অশান্তিৰ উৎস একেবাৰেই নাইকীয়া কৰি প্ৰকৃত স্থায়ী ভেটিত শান্তি প্ৰতিষ্ঠা কৰাৰ উপায় গৱেষণা কৰিছে।

······কুৰি শতিকাৰ বিজ্ঞানে এতিয়া বহুত উন্নতি কৰিলে। সময়ৰ ব্যৱধান আৰু স্থানৰ দূৰত্ব একেবাৰেই নগণ্য হৈ গ'ল। মানুহৰ শক্তিয়ে এতিয়া পৃথিবীৰ মাটি, পানী, বায়ু মণ্ডলৰ পৰা হৈ গ্ৰহ-উপগ্ৰহৰ ওপৰতো প্ৰভাৱ বিস্তাৰ কৰাৰ প্ৰয়াস পাব পাৰিছে। শক্তি আহৰণ আৰু প্ৰণয়নৰ প্ৰতিযোগিতাই মানুহক আজি অনিৰ্দ্দিষ্ট পথলৈ লৈ যাব লাগিছে। সেয়েহে বিখ্যাত দাৰ্শনিক ব্ৰাট্ৰাণ্ডৰাচেলে কৈছে— আজিৰ বিজ্ঞানে মানুহক মাছৰ দৰে পানীত আৰু চৰাইৰ দৰে বায়ুমণ্ডলতো অবাধে বিচৰণ কৰিবলৈ শিকাইছে। এই বৈজ্ঞানিক পদ্ধতিৰেই মানুহে এতিয়া সমাজত মানুহৰ দৰে

থাকিবলৈ শিকিব পাৰিলেহে মানব সমাজ তিষ্ঠিব পাৰিব। প্ৰকৃত মানুহৰ দৰে থাকিবলৈ হলে মানবতাৰ লগত পৰিচয় হব লাগিব, বুজিব লাগিব, অৰ্থাৎ মানৱ ধৰ্ম্ম যথাৰ্থতে পালন কৰিব লাগিব।

মানব সমাজৰ উৎপত্তিৰ পৰা আজিলৈকে পৃথিবীৰ নানা দেশত আবিৰ্ভাব হোৱা মহাপুৰুষসকলে কৈ গৈছে যে সত্য, প্ৰেম আৰু অহিংসাই হৈছে মানৱ ধৰ্ম্মৰ মূল সূত্ৰ। সৃষ্টিৰ উৎপত্তি ৰহস্যক বৈজ্ঞানিক বিশ্লেষণ কৰি কৰিও অৱশেষত পোৱা যায় যে অণু-পৰমাণুৰ মাজত অন্তৰ্নিহিত হৈ থকা শক্তিটোও মূলতে সেই একে সত্য, প্ৰেম আৰু অহিংসাৰেই ৰূপান্তৰিত এটা শক্তি মাথোন—এতেকে সমাজৰ প্ৰতিজন ব্যক্তিয়েই এই মানৱ ধৰ্ম্মৰ মূল সূত্ৰটো জানিব লাগিব, বুজিব লাগিব আৰু পালন কৰিব লাগিব। তেতিয়াহে সমাজত শান্তি প্ৰতিষ্ঠিত হব আৰু মানব সমাজ তিষ্ঠিব পাৰিব।

মহামানব মহাত্মাগান্ধী তীক্ষ্ণ দাৰ্শনিক আৰু অতি দুৰদৰ্শী পুৰুষ আছিল। তেওঁ নানা দেশৰ সমাজ বিজ্ঞান অধ্যয়ণ কৰি লৈ সত্য আৰু প্ৰেমৰ ভিত্তিত প্ৰণয়ন কৰা অহিংসা আন্দোলনৰেই মহাপ্ৰতাপী বৃটিছৰ কৱলৰ পৰা ভাৰতক উদ্ধাৰ কৰি মানব ইতিহাসত নতুন অধ্যায়ৰ সূচনা কৰি থৈ গল। সেই কাৰণেই আজি আণবিক শক্তি আহৰণ আৰু প্ৰয়োগৰ তুমুল প্ৰতিযোগিতাৰ দিনত মহাত্মাগান্ধীৰ নাম সকলোৰে মুখে মুখে হৈ পৰিছে। গান্ধীমাৰ্গৰ প্ৰতি কেৱল শ্ৰদ্ধাই

নহয়, আজি মহাত্মাগান্ধীৰ আদৰ্শৰ প্ৰতি পৃথিৱীৰ প্ৰায় সকলো মানুহেই আকৃষ্ট হৈ পৰিছে। "গান্ধী স্মাৰক নিধি"য়ে আন্তঃৰাষ্ট্ৰীয় ক্ষেত্ৰত এই গান্ধী দৰ্শন প্ৰচাৰৰ প্ৰচেষ্টা আৰম্ভ কৰাৰ বাতৰিটোকেই বিভিন্ন ফালৰ পৰা সম্বৰ্দ্ধনা জনোৱা হৈছে। সামাজিক নানা সমস্যাৰ পৰা আৰম্ভ কৰি ৰাষ্ট্ৰীয় আৰু আন্তঃৰাষ্ট্ৰীয় সমস্যাৱলী সমাধানত গান্ধীনীতি প্ৰয়োগ কৰাৰ উপাই উদ্ভাৱনা কৰিবৰ কাৰণে অধ্যয়ন, গৱেষণা আদিৰ বাবে "গান্ধী পিচ ফাউন্দেচান" (Gandhi Peace Foundation) সন্থা গঠিত হৈছে। মহাত্মা গান্ধীয়ে আমাক দি থৈ যোৱা আদৰ্শৰ মূলতে হৈছে সত্য, প্ৰেম আৰু অহিংসাৰ ওপৰত প্ৰতিষ্ঠিত এনে এখন সমাজ ৰচনা, য'ত আৰ্থিক, সামাজিক, নৈতিক সকলো ক্ষেত্ৰতেই কোনো অসমতা-বিষমতা নাথাকিব, তথা অশান্তিৰ উদ্ভৱ নহ'ব। শ্ৰেণীহীন, বৰ্ণ বৈষম্য বিহীন এইখন সমাজত সকলোৰে সমানে নিজ নিজ বিকাশ হ'ব অৰ্থাৎ সৰ্ব্বোদয় সমাজ স্থাপিত হ'ব।

মহাত্মা গান্ধীৰ একান্ত অনুগামী, প্ৰিয় শিষ্য আচাৰ্য্য বিনোৱাভাবে এজন সুতীক্ষ্ণ দাৰ্শনিক আৰু অতি মেধাৱী বাস্তৱধৰ্ম্মী পুৰুষ। তেওঁ মহাত্মাৰ এই সৰ্ব্বোদয় আদৰ্শক বাস্তৱত ৰূপ দিবৰ কাৰণে শুদ্ধ পদ্ধতিৰ গৱেষণা কৰি কৰি "ভূদান-যজ্ঞ" আন্দোলনৰ অৱতাৰণা কৰিলে ১৯৫১ চনৰ ১৮ এপ্ৰিলৰ দিনা। সমাজত স্থায়ী শান্তি প্ৰতিষ্ঠা কৰিবৰ হ'লে সকলো ৰকমৰ অশান্তিৰেই মূল কাৰণ উলিয়াই তাক সমূলে

নিৰ্ম্মূল কৰি পেলাব লাগিব। প্ৰতিজন মানুহৰ অন্তৰ পৰিবৰ্ত্তন হলেই সমাজ ব্যৱস্থাৰ আমূল পৰিবৰ্ত্তন হৈ যাব। সত্য আৰু প্ৰেমৰ দ্বাৰায় সম্পূৰ্ণ অহিংসা ৰূপেৰে বিপ্লৱ কৰিলেহে স্থায়ী ফল পোৱা যাব আৰু এনেকৈয়ে সৰ্ব্বোদয় সমাজ প্ৰতিষ্ঠিত হব—পূজ্য বিনোৱাজীয়ে উপলব্ধি কৰিব পাৰিলে। তেওঁ অৱতাৰণা কৰা ভূদান-যজ্ঞ আন্দোলনত মানৱ জীৱনৰ সম্যক দৰ্শন অন্তৰ্নিহিত হৈ থকাত জনতাই নিজে নিজেই ইয়াক সাদৰি ললে ···ভূদান যজ্ঞই দোপতদোপে আগবাঢ়ি আহিল। জনতাই নিজৰ আন্দোলন নিজেই চলাই লৈ যাব পাৰে। সেই কাৰণেই পূজ্য বিনোৱাজীয়ে ১৯৫৭ চনৰ ১ জানুৱাৰীৰ পৰা "তন্ত্ৰমুক্তি" আৰু "নিধিমুক্তি"ৰ ব্যৱস্থা আগবঢ়ালে। এইদৰেই খোজে পতি পৰীক্ষাৰ মাজেদি আহি আহি এই ভূদান-যজ্ঞ আন্দোলনে ভূদান, গ্ৰামদানৰ পৰা গ্ৰাম নিৰ্ম্মাণ পৰ্য্যায় পাইছেহি। এতিয়া এই প্ৰচেষ্টাৰেই ৰাষ্ট্ৰৰ মূল ভেটি গাওঁ সমূহক প্ৰকৃত স্বাৱলম্বী গাওঁৰূপে গঢ়ি তুলি গ্ৰামস্বৰাজ প্ৰতিষ্ঠা কৰাৰ আচল পথৰ সন্ধান পোৱা গৈছে।

আজিৰ গণতান্ত্ৰিক যুগত জনক্ৰান্তি জনআধাৰিত হব লাগিব। জনতাৰ আধাৰত যি জনশক্তি তৈয়াৰী হব তাৰ দ্বাৰায় জনতাই নিজৰ শান্তি নিজেই স্থাপন কৰি লব পাৰিব। এই প্ৰসঙ্গত বিনোৱাজীয়ে "শান্তি সেনা" আৰু "সৰ্ব্বোদয়-পাত্ৰ"ৰ ব্যৱস্থা দিছে। সমাজৰ আমূল পৰিবৰ্ত্তন সাধন কৰি

প্ৰকৃত স্থায়ী ভেটিত শান্তি প্ৰতিষ্ঠা কৰিব পাৰিলেহে গ্ৰাম স্বৰাজ স্বৰক্ষিত আৰু সুৰক্ষিত হ'ব পাৰিব। এই উদ্দেশ্যেই সদায় সকলো সময়তে শান্তি সৈনিক সকলে জনতাৰ মাজত গঠনমূলক কাম কৰি থাকিব লাগিব। এইদৰে সকলো সময়তে সমাজসেৱা কৰি থকা সেৱক সকলৰ ভৰণপোষণৰ বিষয়ে চিন্তা কৰি বিনোৱাজীয়ে কৰ্ণাটক পদযাত্ৰাত "সৰ্ব্বোদয়-পাত্ৰ"ৰ পৰিকল্পনা আগবঢ়ালে।

আধুনিক বিজ্ঞানে আজি পৃথিবীৰ সকলো দূৰত্বকে জয় কৰি এক বিশ্ব পৰিয়াল সদৃশ কৰি পেলালে। এতেকে নিজ নিজ পৰিয়ালৰ মাজত থকা দায়িত্ব আৰু মৰম চেনেহবোৰ আজি এই বিশ্ব পৰিয়াললৈ বিস্তাৰ কৰি দিব লাগিব। সৰ্ব্বোদয় দৰ্শনৰ মূল কথাটোও হৈছে এই "এক পৰিবাৰ ভাবনা"। নিজৰ নিজৰ অঞ্চলৰ স্বাভাবিক শান্তি ৰক্ষা কৰাৰ কাৰণে যি সকল শান্তি সৈনিক ওলাব তেওঁলোক আমাৰেই মানুহ। গতিকে তেওঁলোকৰ ভৰণপোষণৰ দায়িত্বও আমাৰেই। সেই কাৰণেই নিজৰ পৰিয়ালৰ ভৰণ-পোষণৰ ব্যৱস্থা কৰাৰ লগতেই শান্তিসেনা, শান্তিসেৱক সকলৰো ব্যৱস্থা হাতত লব লাগিব। ইয়াৰ বাবেই পৰিয়ালটোৰ আটাইতকৈ দৰকাৰী বস্তু খাদ্যৰ এভাগ আগ কৰি "সৰ্ব্বোদয়-পাত্ৰ"ত থৈ যাব। এই সৰ্ব্বোদয়-পাত্ৰটিৰ মাহাত্ম্যৰ বিষয়ে ব্যাখ্যা কৰি বিনোৱাজীয়ে কৈছে যে, "সৰ্ব্বোদয়-পাত্ৰ ভিক্ষা নহয়, দীক্ষাহে।" শান্তিৰ সমৰ্থনকাৰী, সৰ্ব্বোদয় আদৰ্শত বিশ্বাসী

বুলি মোৰ আৰু মোৰ পৰিয়ালৰ সক্ৰিয় মত দান অৰ্থাৎ ভোট দান হৈছে এই সৰ্ব্বোদয়-পাত্ৰ। সৰ্ব্বোদয়-পাত্ৰত পৰিমাণ বেচি নালাগে, লাগে মাত্ৰ শ্ৰদ্ধা। ঘৰৰ গৃহস্থনী গৰাকীয়ে পৰিয়ালটোৰ মঙ্গলৰ কাৰণে ভগবানৰ ওচৰত প্ৰাৰ্থনা নিবেদন কৰাৰ প্ৰথা সকলো দেশৰ সকলো ধৰ্ম্মতেই আছে। এই গৰাকী গৃহস্থনীয়েই খাবলৈ লোৱা চাউল সাজৰ পৰাই ৰন্ধাৰ আগতে ঘৰৰ একেবাৰে সৰুজনৰ হাতৰ মুঠিৰে, অৰ্থাৎ আটাইতকৈ কম পৰিমাণৰ এমুঠি চাউল সমাজৰ মঙ্গলৰ অৰ্থে কাম কৰেঁ তাসকলৰ কাৰণে সৰ্ব্বোদয়-পাত্ৰত থৈ যাব। চাউল অথবা খাদ্যবস্তু থবলৈ অসুবিধা পোৱা সকলে আটাইতকৈ সৰু মুদ্ৰা, এটি নয়া পইচা থৈ যাব। ঘৰৰ সৰু শিশুটিক চাউল থবলৈ দিয়াৰ লগতে মাতৃ-গৰাকীয়ে সৰু কালৰে পৰাই লৰাছোৱালীক লোকৰ কাৰণে নিজৰ খোৱা বস্তুৰ এভাগ মৰমেৰে ত্যাগ কৰিবলৈ শিক্ষা দিব। শ্ৰদ্ধাৰে সৈতে সৰ্ব্বোদয়-পাত্ৰ ঘৰৰ মুখ্যস্থানত সযতনে পাতি থোৱাত পৰিয়ালটোৰ সকলোৱে ইয়াক শ্ৰদ্ধা কৰিবলৈ শিকিব, অৰ্থাৎ শাস্তিক শ্ৰদ্ধা কৰিব। এইদৰেই সমাজ সেৱাৰ কামত প্ৰত্যেকেই নিজৰ নিজৰ ক্ষুদ্ৰ বৰঙণি আগবঢ়াবলৈ সুযোগ পাব।

১৯৫৮ চনৰ ৩০, ৩১ মে' আৰু ১ জুনত মহাৰাষ্ট্ৰৰ পন্ধৰপুৰত বহা সৰ্ব্বোদয় সন্মিলনত "শান্তি-সেনা" আৰু "সৰ্ব্বোদয়-পাত্ৰ"ৰ আচনি তৈয়াৰ কৰা হয়। ২৫টা (পঁচিশ) সৰ্ব্বোদয়-পাত্ৰ স্থাপন হোৱা একোটা অঞ্চলত একোজন

সৰ্ব্বোদয়-মিত্ৰ” থাকিব। নিৰ্দ্দিষ্ট সময়ৰ মূৰত (এক সপ্তাহ, পোন্ধৰ দিন, বা এমাহ) সৰ্ব্বোদয়-পাত্ৰত গোট খোৱা খাদ্য-শস্য নাইবা ইয়াৰ মূল্য এই সৰ্ব্বোদয়-মিত্ৰ জনৰ ওচৰলৈ পঠাব লাগিব। খাদ্যশষ্য সংগৃহিত হলে সৰ্ব্বোদয় মিত্ৰই এই শষ্যখিনি স্থানীয় দোকানীৰ সহায়ত উচিত মূল্যত বেচি তাৰ মূল্যটো লব। সৰ্ব্বোদয়-মিত্ৰজনে এইদৰে সৰ্ব্বোদয়-পাত্ৰৰ মূল্য সংগ্ৰহ কৰাৰ উপৰিও সকলোৰে ঘৰে ঘৰে গৈ ভাল বেয়া খা-খবৰ কৰি আচল মিত্ৰৰ কাম কৰি থাকিব! সৰ্ব্বোদয়-মিত্ৰ সকলে সৰ্ব্বোদয়-পাত্ৰৰ মূল্য গোটাই “জিলা নিবেদক”ক জমা দিব লাগিব। জিলা নিবেদকে ইয়াৰ $\frac{1}{6}$ অংশ (এক ষষ্ঠাংশ) অখিল ভাৰত সৰ্ব্বসেৱা সঙ্ঘলৈ সঙ্ঘৰ কাম পৰিচালনাৰ খৰছৰ কাৰণে পঠাব। বাকী $\frac{5}{6}$ অংশ সকলোৰে লগত আলোচনা কৰি গঠনমূলক কাম যেনে স্থানীয় শান্তি-সেনা, লোক সেৱকৰ ভৰণ-পোষণ, গ্ৰাম নিৰ্ম্মাণৰ কাম নাইবা সৰ্ব্বোদয় সাহিত্য প্ৰকাশন আদিত খৰচ কৰিব।

নিজৰ খোৱা ভাগৰ পৰাই এভাগ লোকৰ কাৰণে আগ কৰি থোৱা প্ৰথা ভাৰতৰ ঐতিহ্যৰ লগত জড়িত হৈ আছে অনাদি কালৰে পৰাই। মাথোন এই প্ৰথাটোকেই আজিৰ যুগৰ লগত খাপ খোৱাকৈ, বৈজ্ঞানিক ৰূপেৰে, বহল দৃষ্টিভঙ্গীত ৰূপায়িত কৰি তুলিব লাগিব। “সৰ্ব্বোদয়-পাত্ৰ”ত অন্তৰ্নিহিত হৈ থকা শক্তিৰ ব্যাখ্যা কৰোঁতে পূজ্য বিনোৱাজীয়ে উপনিষদৰ দৃষ্টান্ত দি কৈছে যে ক্ষুদ্ৰ বীজটিৰ মাজত অদৃশ্য হৈ থকা

অঙ্কুৰটিৰ পৰাই গজালি মেলি বিৰাট বট গছৰ উৎপত্তি যেনেকৈ হৈছে ঠিক তেনেকৈয়েই দেশৰ প্ৰতি ঘৰে ঘৰে সৰ্ব্বোদয়-পাত্ৰ স্থাপন হলে বিৰাট শান্তি-শক্তিৰ উৎপত্তি হব।

# ভূদান আৰু মহিলা

মহিলা আৰু পুৰুষৰ সন্মিলিত অৱদানতেই সৃষ্টিৰ উৎপত্তি তথা পূৰ্ণতাৰ বিকাশ। সেয়েহে সংসাৰত হৰিষ, বিষাদ, উন্নতি, অৱনতি সকলো অৱস্থাতেই মহিলা আৰু পুৰুষ, উভয়ে উভয়ৰ পৰিপূৰক। সমাজ-বিজ্ঞান অধ্যয়ন কৰি চালেও দেখা যায় যে পাৰিবাৰিক, সামাজিক, ৰাষ্ট্ৰীয় সকলো পৰ্য্যায়তেই পুৰুষ আৰু মহিলাৰ মিলিত প্ৰচেষ্টাতহে পূৰ্ণ কৃতকাৰ্য্যতা লাভ কৰিব পাৰি।

——ভূদান-যজ্ঞ আন্দোলন হৈছে বৰ্ত্তমানৰ সমাজ ব্যৱস্থাৰ আমূল পৰিবৰ্ত্তন সাধন কৰি সৰ্ব্বোদয় আদৰ্শৰে এখন সৰ্ব্বাঙ্গ সুন্দৰ, সুখী সমাজ ৰচনা, তথা ৰামৰাজ্য স্থাপন কৰাৰ কাৰণে এটি অহিংসামূলক বৈপ্লবিক পন্থা। এই পন্থাৰেই সমাজক একেবাৰে গুৰিৰে পৰাই সংগঠন কৰি অনাৰ প্ৰচেষ্টা চলোৱা হৈছে। প্ৰকৃত স্থায়ী ভেটিত এই সংগঠন কৰিবলৈ হলে আৰ্থিক, সামাজিক, নৈতিক আদি সকলো ক্ষেত্ৰতেই সত্যাগ্ৰহ কৰিব লাগিব সত্য, প্ৰেম আৰু অহিংসাৰে একেবাৰে শুদ্ধ সত্যাগ্ৰহী পদ্ধতিৰে। পৰিয়ালৰ সমষ্টিয়েই সমাজ। গতিকে

সমাজৰ সংগঠন কৰিবলৈ হলে প্ৰথমে পাৰিবাৰিক ক্ষেত্ৰত বিপ্লৱ আৰম্ভ হব লাগিব। অৰ্থাৎ পুৰুষ আৰু মহিলা উভয়ে সমানে প্ৰচেষ্টা চলাই নিজৰ নিজৰ পৰিয়ালত পৰিবেশ সৃষ্টি কৰি লব পাৰিলেই সমাজৰ সংশোধন সহজ হৈ পৰিব। সৃষ্টিৰ বিধান অনুসৰি মাকে প'লে প'লে নিজক মৃত্যুৰ মুখলৈ ঠেলি দি সন্তান জন্ম দিয়ে আৰু নিজৰ শক্তি তিল তিল কৈ ক্ষয় কৰি সেই সন্তানক লালন-পালন কৰাৰ পিছতহে সমাজৰ একোজন, একোজনী হৈ পৰে। মহিলাৰ এই নিঃস্বাৰ্থ ত্যাগ আৰু সেৱাধৰ্ম্মৰ আলম লৈহে মানব সমাজ তিষ্ঠি আছে। সাধাৰণ-তেই দেখা যায় যে পৰিয়ালটোৰ সুখ, দুখ, উন্নতি, অৱনতি, শিক্ষা, সংস্কৃতি, সকলোবোৰ বেচিকৈ নিৰ্ভৰ কৰে পৰিয়ালটোৰ মূল, গৃহিনী গৰাকীৰ ওপৰতহে। সেইকাৰণেই সমাজ পৰি-বৰ্ত্তনৰ কাৰ্য্যত সমাজৰ জন্মদাত্ৰী মাতৃজাতিৰ দায়িত্ব অতি গদূৰ।

বিগত যুগত হৈ যোৱা বিভিন্ন বিপ্লৱ সমূহত দেখা যায় যে মহিলাৰ গাত শুদ্ধ সত্যাগ্ৰহী শক্তি নিহিত হৈ আছে। আমাৰ ভাৰতৰ ঐতিহ্যত মহিলা শক্তিৰ প্ৰতীক-ৰূপে পূজিতা। ভাৰতৰ অহিংসা আন্দোলনত মহিলা কৰ্ম্মীয়ে বিশেষ কৃতিত্বৰে কাম কৰাৰ অলেখ উদাহৰণ আছে। স্বৰাজ আন্দোলনত মহাত্মা গান্ধীয়ে জেইল, আদালত আদিত পতাকা উত্তোলন কৰাৰ পৰা আৰম্ভ কৰি মদৰ দোকানত পিকেটিং কৰা কামলৈকে মহিলা স্বেচ্ছাসেৱিকা সকলকহে আগবঢ়ায় পঠিয়াইছিল। তেওঁলোকেও একেবাৰে অহিংসাৰে কাৰ্য্যসিদ্ধি কৰি আহিব

পাৰিছিল, আনকো প্ৰেৰণা যোগাব পাৰিছিল। ভাৰতীয় নাৰী অহিংসা সত্যাগ্ৰহৰ প্ৰতীক বুলি বাপুজীয়ে আশীৰ্ব্বাদ দি থৈ গৈছে।

আধুনিক যুগৰ এই বৈপ্লৱিক আন্দোলন ভূদানৰ কৃতকাৰ্য্যতাৰ দায়িত্বও মহিলাৰ ওপৰতেই বেচি। সেইকাৰণেই পূজ্য বিনোৱাজীয়ে দঢ়াই দঢ়াই কৈছে যে মহিলা কৰ্ম্মীসকলেহে সমাজ সংগঠনৰ পথ ঠিক কৰি লব পাৰিব। সৃষ্টিৰ উৎপত্তি কেন্দ্ৰ, স্ত্ৰী-শক্তি জাগ্ৰত হলেই সমাজৰ সকলো অশান্তি, সকলো অসমতা নিৰ্ম্মূল কৰিব পৰা যাব। ভূদান-তত্বৰ মূল কথা হৈছে যে মই নিজে যেনেকৈ আনৰ দ্বাৰা শোষিত হব নোখোজো তেনেকৈ ময়ো আনক শোষণ নকৰোঁ। এই কথাষাৰ মাকে নিজে বুজি লৈ পালন কৰোঁতেই ল'ৰা-ছোৱালীয়েও লৰালিকালতেই ইয়াক শিকি লব পাৰিব আৰু সমাজত অতি সহজেই ইয়াৰ পোষণ হৈ যাব। অসমতাৰে পৰিপূৰ্ণ বৰ্ত্তমানৰ সমাজ ব্যৱস্থাৰ পৰিৱৰ্ত্তন সাধন কৰি সৰ্ব্বোদয় সমাজ ৰচনাৰ কাৰ্য্যত মহিলাৰ কৰ্ত্তব্য প্ৰসঙ্গত বিনোৱাজীয়ে কৈছে যে খন্তেকীয়া মোহ আৰু ভোগৰ লালসাত পৰি পুৰুষে সংগ্ৰহ প্ৰবৃত্তিৰ বশীভূত হৈ অধিক উপাৰ্জ্জনৰ কাৰণে মানবতা-বিহীন পদ্ধতিতো প্ৰবৃত্ত হয়। কিন্তু পুৰুষে ইয়াৰ কাৰণে নিজৰ দোষ এৰাবলৈকে কয় যে তেওঁলোকে এনে কাৰ্য্যত লিপ্ত হবলৈ বাধ্য হয় কেৱল তিৰোতাৰ কাৰণেই। কাৰণ তেওঁলোকে তিৰোতাক ভৰণ-পোষণ দিব লাগে, সাজ-সজ্জা

যোগাব লাগে, সুৰক্ষিতা কৰি ৰাখিব লাগে ইত্যাদি—গতিকে আজি মহিলাসকলে নিজে এই অন্যায় ৰতনাৰ বিৰুদ্ধে প্ৰতিবাদ কৰি সঙ্কল্প লব লাগিব যে পুৰুষে অসৎ উপায়েৰে আৰ্জ্জি দিয়া ধন তেওঁলোকে স্পৰ্শ নকৰে আৰু তাৰ কাৰণে তেওঁলোকে সকলো কষ্ট নীৰৱে বৰণ কৰি লবলৈকো প্ৰস্তুত হব লাগিব। ঘৰে ঘৰে যদি মহিলাসকলে এইদৰে নীৰৱ সত্যাগ্ৰহ আৰম্ভ কৰে তেনেহলে অনতিপলমে সমাজৰ পৰা এই অসৎ প্ৰবৃত্তি-বোৰ আতঁৰ হৈ যাব। এইদৰেই সুস্থ, সৰ্ব্বোদয় সমাজ ৰচনাৰ পথো সুগম হৈ পৰিব।

ভূদানে দোপত দোপে সফলতাৰ পথত আগবাঢ়ি আহি আহি গ্ৰামদান, গ্ৰামনিৰ্ম্মাণৰ পৰ্য্যায় পাইছেহি। গ্ৰামনিৰ্ম্মাণ কাৰ্য্যত মহিলাসকলৰ যথেষ্ট কাম। গাৱঁৰ প্ৰাপ্তবয়স্ক সকলো পুৰুষ, মহিলা গোটখাই গাওঁসভা পাতি গাওঁখনৰ আৰ্থিক, নৈতিক, সামাজিক সকলো সমস্যা সমাধানৰ ব্যৱস্থা কৰি স্বাৱলম্বী হৈ গ্ৰামস্বৰাজ প্ৰতিষ্ঠা কৰি লব লাগিব। আৰ্থিক উন্নয়ণৰ ক্ষেত্ৰত বস্ত্ৰস্বাৱলম্বন আৰু কুটীৰ শিল্পৰ প্ৰায় সকলো কামেই মহিলাৰ আৰু ইয়াৰ সংগঠনো মহিলাসকলৰ দ্বাৰায় সহজেই হোৱা দেখা গৈছে। সমাজ উন্নয়ণৰ কামতো পুৰুষ আৰু মহিলা কৰ্ম্মীয়ে মিলিত ভাবে প্ৰচেষ্টা চলাব পাৰিলেই সমস্যা সমাধান সহজ হৈ পৰিব। পূজ্য বিনোৱাজীয়ে এতিয়া দেশবাসীক ত্ৰিবিধ কাৰ্য্যক্ৰমৰ ভাৰ দিছে—গ্ৰামস্বৰাজ, শান্তি-সেনা আৰু সৰ্ব্বোদয়-পাত্ৰ।

"শান্তিসেনা" আৰু "সৰ্ব্বোদয়পাত্ৰ"ৰ কাম ঘাইকৈ মহিলাৰেই কাম। নিস্বাৰ্থ সেৱা পৰায়ণতা, মাতৃৱৎ প্ৰেম আৰু অহিংসাই হৈছে শান্তি সৈনিকৰ অৰ্হতা। স্ত্ৰীজাতিৰ এইবোৰ গুণ স্বভাৱজাত আৰু ইয়াৰ দ্বাৰায় পৰিয়ালৰ পৰিচৰ্য্যা কৰি তেওঁলোকে সংসাৰ ধৰ্ম্ম ৰক্ষা কৰি আছে। সেইকাৰণেই শান্তি-সৈনিকৰ কাম পুৰুষতকৈ মহিলাৰ সহজ সাধ্য। অৱশ্যে ঘৰ সংসাৰৰ পৰা ওলাই গৈ শান্তি-সৈনিক হোৱাতো সকলোৰে পক্ষে সম্ভৱপৰ হব নোৱাৰে। কিন্তু নিজৰ পৰিয়াল, নিজৰ অঞ্চলতেই মহিলা কৰ্ম্মীসকলে নিজৰ দৈনন্দিন কামৰ লগতেই সেৱা-সৈনিকৰ কাম অতি সহজেই কৰি যাব পাৰে। সাধাৰণতেই দেখা যায় যে সৰু ল'ৰা-ছোৱালীৰ অবুজ কাজিয়াৰ পৰাই পৰিয়ালৰ মাজত কাজিয়া হয়। এই পৰিয়ালৰ কাজিয়াৰ পৰাই চুবুৰিয়ে চুবুৰিয়ে, গাৱেঁ গাৱেঁ হাই কাজিয়াৰ সৃষ্টি হয়। হিংসাৰ সীমাহীন গতিত মানুহৰ অন্তৰত উমাই উঠা হিংসাবৃত্তিৰ এই নগণ্য অঙ্কুৰৰ পৰাই বিৰাট হিংসাৰ জুই জ্বলি উঠি একেবাৰে যুদ্ধত পৰিণত হয়গৈ। এতেকে মাকে মৰমেৰে ল'ৰা-ছোৱালীক হাই কাজিয়াত প্ৰবৃত্ত হব নোৱাৰাকৈ শিক্ষা দিব পাৰিলে হিংসা বৃত্তিয়ে সহজে পোখাব নোৱাৰিব, আৰু এইদৰেই সমাজত হিংসাৰ উইঁ নাইকিয়া হোৱাত সহায় হব। মহিলাৰ স্বভাৱগত পাৰিবাৰিক সেৱাকাৰ্য্য নিজৰ গাওঁ, নিজৰ অঞ্চললৈ বিয়পাই দিলেই সেৱা-সৈনিকৰ কাম হব আৰু শান্তি-সৈনিকৰ কাৰ্য্যপন্থা সহজ

হৈ পৰিব। পূজ্য বিনোৱাজীয়ে কৈছে যে, আজিৰ বিশ্বৰ অশান্ত পৰিস্থিতিৰ মাজত মানৱধৰ্ম্ম ৰক্ষা কৰাৰ দায়িত্ব মহিলাসকলে লব লাগিব। ধনী-দুখীয়া, উচ্চ-নিম্ন, নিৰ্ব্বিশেষে ঘৰৰ গৃহিণী-গৰাকীয়েই আলহী অতিথি, দীনদুঃখী জনক সোধপোচ কৰা আৰু পৰিয়ালটোৰ মঙ্গল কামনা কৰি ভগৱানৰ ওচৰত প্ৰাৰ্থনা নিবেদন কৰাৰ প্ৰথা কোনোবা পূৰণা দিনৰে পৰাই আমাৰ দেশত প্ৰচলিত হৈ আছে। এই প্ৰথাটোকেই আজিৰ আধুনিক দৃষ্টিভঙ্গীৰে পবিত্ৰ আৰু নিয়মিত ৰূপে পালন কৰাটোৱেই হৈছে "সৰ্ব্বোদয়-পাত্ৰ"ৰ কাম। গতিকে মহিলা সকলৰ কাৰণে "সৰ্ব্বোদয়-পাত্ৰ" কোনো নতুন কথা নহয়।

এইদৰেই জনআধাৰিত জনশক্তি তৈয়াৰ কৰি জনতাৰ সৰ্ব্বাঙ্গীন মঙ্গল সাধন কৰাৰ যি প্ৰচেষ্টা ভূদানৰ জৰিয়তে চলোৱা হৈছে, তাত মহিলাসকলে সক্ৰিয় অংশ গ্ৰহণ কৰি মানৱ-সমাজ ৰক্ষা কৰাৰ প্ৰচুৰ সম্ভাৱনা আছে। কুৰি শতিকাৰ বিজ্ঞানে আজি সমগ্ৰ বিশ্বক এটা পৰিয়াল সদৃশ কৰি পেলাইছে। গতিকে মহিলাসকলৰ স্বপ্ৰণোদিত নিস্বাৰ্থ ত্যাগ আৰু সেৱা পৰায়ণতাক পাৰিবাৰিক ক্ষেত্ৰৰ পৰা সমাজলৈ বিয়পাই দিয়াৰ আহ্বান আহিছে ........।

"নাজাগিলে আজ ভাৰত ললনা
এ ভাৰত আৰ জাগেনা জাগেনা।"

—ঃ সমাপ্ত ঃ—